কালজয়ী সাহিত্য

# এমা

(মূল ঃ জেন অষ্টেনৰ 'এমা')

অনুবাদ ঃ
মীৰা গোস্বামী



শৰাইঘাট প্ৰকাশন
গুৱাহাটী ৭৮১০২১

*Emma* : Assamese translation of Jane Austen's 'Emma' by Mira Goswami
and published by the Saraighat Prakasan, Guwahati 781021,
in December 2008.

**Price Rs. 60.00**

প্ৰথম প্ৰকাশ : ডিচেম্বৰ ২০০৮

সম্পাদক : ড. দীনেশ চন্দ্ৰ গোস্বামী

বেটুপাত আৰু ভিতৰৰ ছবি :
ৰূপকৃষ্ণ পাটৰ

**দাম : ৬০.০০ টকা**

প্ৰকাশক



শৰাইঘাট প্ৰকাশন
গুৱাহাটী ৭৮১০২১

পৰিৱেশক
আৰ. জি. পাব্লিকেচনছ
মাৰ্কেট কম্ফৰ্ট, যশোৱন্ত ৰোড
পাণবজাৰ, গুৱাহাটী ৭৮১০০১

মুদ্ৰক
শৰাইঘাট ফটো টাইপচ প্ৰাইভেট লিমিটেড
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী ৭৮১০২১

# সম্পাদকৰ এষাৰ

পৃথিৱীৰ ৰিখ্যাত বিখ্যাত সাহিত্যকৰ্মৰ সোৱাদ আমাৰ পঢ়ুৱৈসকলকো দিয়াৰ উদ্দেশ্যে অনূদিত সাহিত্যৰ এই ছিৰিজটো প্ৰকাশ কৰিবলৈ লোৱা হৈছে। আমাৰ পাঠকসকলে দেখিব যে ইয়াৰ চৰিত্ৰবোৰ বেলেগ; কাহিনী, সমাজ আৰু পৰিৱেশো বৰ বেলেগ; কিন্তু তাৰ মাজতে তেখেতসকলৰ মনৰ লগত মিলি যোৱা, চিনাকি চিনাকি লগা বহু কথা, বহু ঘটনা তেখেতসকলে বিচাৰি পাব। সেইবাবে এই চৰিত্ৰবোৰৰ সুখত তেখেতসকল সুখী হ'ব, দুখত দুখী হ'ব।

বয়স্ক শিশু আৰু কিশোৰসকলৰ কথা মনত ৰাখি এইলানি পুথি যুগুতোৱা হৈছে যদিও, ডাঙৰসকলেও এই পুথিবোৰ পঢ়ি আমোদ পাব বুলি আমি আশা কৰোঁ। এই পুথিসমূহৰ কিছুমান অন্য ৰূপত অসমীয়াত আগতেও প্ৰকাশিত হৈছে। আমি ইয়াত পুথিবোৰৰ ভাঙনি সামান্য সংক্ষেপিত ৰূপতহে আগ বঢ়াইছোঁ, অৱশ্যে সংক্ষিপ্ত কৰোঁতে যাতে ৰস পোৱাত বাধা নপৰে, তাৰ প্ৰতি লক্ষ্য ৰখা হৈছে।

অসমৰ বিশিষ্ট সাহিত্যিকসকলে এইলানি পুথি অনুবাদ কৰিছে। অসমৰ এগৰাকী আগশাৰীৰ প্ৰকাশক শ্ৰীযোগেশ শৰ্মাদেৱে এই ছিৰিজ প্ৰকাশ কৰি অসমীয়া সাহিত্যৰ জগতখনলৈ উল্লেখনীয় অৰিহণা আগ বঢ়ালে। আমি আশা ৰাখিছোঁ যে আমাৰ ভাষাৰ সকলো শ্ৰেণীৰ পঢ়ুৱৈয়ে এইলানি পুথি আদৰি ল'ব। ইতি—

যোৰহাট
২০ জুলাই ২০০৮

দীনেশ চন্দ্ৰ গোস্বামী

# জেন অষ্টেন
# (Jane Austen, 1775—1817)

১৭৭৫ চনত ইংলণ্ডৰ হেম্পশ্বায়াৰ যাজক গৃহত জেন অষ্টেনৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম আছিল ৰেভাৰেণ্ড জৰ্জ অষ্টেন। তেওঁলোকৰ সাতোটা ল'ৰাছোৱালীৰ ভিতৰত তেওঁ আটাইতকৈ সৰু আছিল। তেওঁলোক এটা উচ্চশিক্ষিত, সুখী পৰিয়াল আছিল। বায়েক আৰু তেওঁ ঘৰতে শিক্ষা লাভ কৰে। চৈধ্য বছৰ বয়সৰপৰাই জেন অষ্টেনে লিখিবলৈ লয়। তেওঁৰ প্ৰথম উপন্যাস আছিল Pride and Prejudice। অৱশ্যে ইয়াৰ প্ৰকাশৰ বাবে তেওঁ কেইবাবছৰো ৰ'বলগীয়া হৈছিল। তাৰ পাছত তেওঁ Sense and Sensibility আৰু Northanger Abbey নামৰ দুখন উপন্যাস লিখে। তেওঁৰ আন তিনিখন উপন্যাস হ'ল Mansfield Park, Emma আৰু Persuasion। ইংৰাজী সাহিত্যত অতি কম লেখনীৰে প্ৰখ্যাত হোৱা লেখক-লেখিকাসকলৰ ভিতৰত জেন অষ্টেনো অন্যতম। সংখ্যাৰ ফালৰপৰা তেওঁৰ মাত্ৰ ছখন উপন্যাস আছিল যদিও প্ৰতিখনেই অতিকৈ জনপ্ৰিয় হৈছিল। সাহিত্যিক মূল্যৰ ফালৰপৰা Northanger Abbey খনক আটাইতকৈ উত্তম বুলি ধৰা হয়। তেওঁৰ উপন্যাসসমূহত ইটো চৰিত্ৰৰ লগত সিটো চৰিত্ৰৰ সম্বন্ধ অতি সুন্দৰকৈ আৰু আন্তৰিক অনুভূতি অতি বুদ্ধিমত্তাৰে বৰ্ণনা কৰা দেখা যায়। জেন অষ্টেনে জীৱনৰ বহুখিনি সময় ইংলণ্ড আৰু ফ্ৰান্সৰ মাজৰ যুদ্ধৰ তিতা অভিজ্ঞতা আৰু দৰিদ্ৰ আৰু দোষীসকলৰ ওপৰত কৰা অবৰ্ণনীয় অত্যাচাৰ আদি দেখিছিল যদিও তেওঁৰ লেখনীত যুদ্ধ-বিগ্ৰহ অথবা হিংসাত্মক পৰিৱেশৰ কোনো চিত্ৰন দেখা নাযায়, তাৰ পৰিৱৰ্তে তেওঁ সাধাৰণভাৱে সামাজিক পৰিৱেশৰ চিত্ৰহে অংকন কৰিছিল। সেইবুলি তেওঁৰ উপন্যাসৰ আকৰ্ষণ কমা নাছিল। এটা দিশৰপৰা তেওঁৰ উপন্যাসকেইখনত সুখী পৰিসমাপ্তিৰ, সামাজিক তথা পাৰিবাৰিক প্ৰমূল্যবোধৰ একোটা প্ৰেমৰ কাহিনীৰ সুন্দৰ উপস্থাপন দেখা যায়।

Pride and Prejudice উপন্যাসত লেখিকাই জেন আৰু এলিজাবেথৰ মাজৰ যি সম্বন্ধ দেখুৱাইছে সেয়া তেওঁলোক দুই ভনীৰ মাজৰ সম্পৰ্ক যেন বোধ হয়। উপন্যাসখন পঢ়ি শেষ কৰাৰ পাছত প্ৰতিটো চৰিত্ৰই একোটা পাহৰিব নোৱৰা চৰিত্ৰ হিচাবে মনত সাঁচ বহুৱাই যায়।

আজীৱন অবিৱাহিত হৈ থাকি ১৮১৭ চনত জেন অষ্টেনে বিয়াল্লিছ বছৰ বয়সত মৃত্যুক সাবটি লয়।

অনুবাদক মীৰা গোস্বামীয়ে কাকতে-পত্ৰই অনুবাদ আৰু মৌলিক গল্প-প্ৰবন্ধ প্ৰকাশ কৰি আহিছে। ইতিমধ্যে তেওঁ কেইবাখনো গল্প-প্ৰতিযোগিতাত পুৰস্কাৰো লাভ কৰিছে। শ্ৰীমতী গোস্বামীয়ে আকাশবাণীৰ যোৰহাট আৰু ডিব্ৰুগড় কেন্দ্ৰৰপৰা কেইবাটাও কথিকা আৰু গল্প প্ৰচাৰ কৰিছে। এই ছিৰিজতো তেওঁৰ 'লু ছুনৰ গল্প (১)', 'লু ছুনৰ গল্প (২)', 'বতাহে কোবোৱা ঘৰখন' আৰু 'অহমিকা আৰু ভ্ৰান্তি' নামৰ চাৰিখন পুথি প্ৰকাশ পাইছে। শ্ৰীমতী গোস্বামী বৰ্তমান গুৱাহাটীৰ বাসিন্দা।

# অধ্যায় ১

এমা উদহাউছ একৈছ বছৰীয়া বুদ্ধিমতী আৰু আঢ্যৱন্ত পৰিয়ালৰ ছোৱালী। দুজনী বাই-ভনীৰ ভিতৰত সৰু এমা দেউতাকৰ অতি আদৰৰ। বায়েকৰ বিয়া হৈ যোৱাৰ পাছত খুব কম বয়সতে তাই ঘৰৰ গৃহকর্ত্ৰী হৈ পৰিছিল। মাকৰ আদৰ কি বুজি পোৱাৰ আগতে তাই মাকক হেৰুৱাইছিল। আৰু মাকৰ ঠাই এনে এগৰাকী তদাৰককাৰী মহিলাই লৈছিল যাৰ মৰম-চেনেহ মাকতকৈ কোনোগুণে কম নাছিল।

মিছ টেইলৰ যোল্ল বছৰ ধৰি মিঃ উদাহাউছৰ পৰিয়ালত আছিল। দুয়ো ভনীয়েকক তেওঁ বৰ মৰম কৰিছিল। অৱশ্যে ধাত্ৰীতকৈ তেওঁ দুই বাই-ভনীৰ বিশেষকৈ এমাৰ অতি মৰমৰ বান্ধৱীৰ দৰে আছিল। এমাই যি ভাল পায় সেয়া নিজৰ মতে কৰিছিল যদিও মিছ টেইলৰৰ মতামতক তাই সন্মান কৰিছিল। কিন্তু শেষত তাই সদায় নিজৰ মতামত অনুসৰিহে কাম কৰিছিল। আৰু ইয়াৰ বাবেই হয়তো নিজৰ যোগ্যতাতকৈ তাই বহুত ওপৰত বুলি এক ভুল ধাৰণাই তাইৰ মনত ঠাই লৈছিল।

এমাৰ জীৱনলৈ এক দুখৰ আগমন ঘটিল—অৱশ্যে এই দুখ বিচ্ছেদৰহে দুখ, মিছ টেইলৰৰ বিয়া হ'ল। তেওঁক বিদায় দিবলগীয়া হোৱাৰ সেই দুখ তাইৰ সেই বান্ধৱীৰ বিয়াৰ দিনাখনহে এমাই উপলব্ধি কৰিব পাৰিলে। বিয়া সুকলমে হৈ গ'ল। আৰু দৰা-কইনা যোৱাৰ পাছত এমা আৰু তাইৰ দেউতাক একেলগে নিশাৰ আহাৰ খাবলৈ বহিল। সেই দীঘল সন্ধিয়াটোত তেওঁলোকক আনন্দেৰে সংগ দিবলৈ তৃতীয় ব্যক্তি এজন নাছিল। দেউতাক শুবলৈ যোৱাৰ পাছত অকলে অকলে বহি এমাই চিন্তা কৰিলে তাই কি হেৰুৱালে।

বিয়াই এমাৰ বান্ধৱীলৈ সকলোখিনি সুখৰ আশা কঢ়িয়াই অনাৰ সম্ভাৱনা আছিল। মিঃ ৱেষ্টন এজন ভদ্ৰলোক আছিল। তেওঁলোক দুয়োৰে বিয়াখন এমাৰ চেষ্টাতে সম্ভৱ হৈছিল। সেয়েহে এই বিয়াখনত তাইৰ কিছু মানসিক সন্তুষ্টিও যে আছিল সেই কথাটো তাই নুই কৰিব নোৱাৰে। তথাপিও এইটো তাইৰ বাবে এটা বিষণ্ণ দিন আছিল। সকলো সময়তে মিছ টেইলৰৰ অনুপস্থিতি তাই অনুভৱ কৰিলে। যোৱা যোল্ল

বছৰ ধৰি মিছ টেইলৰৰপৰা পোৱা মৰম-চেনেহ, সান্নিধ্যৰ প্ৰতিটো মুহূৰ্ত তাইৰ মনলৈ আহিল। তাই তেওঁৰ ওচৰত সঁচাকৈয়ে ধৰুৱা। ইজাবেলাৰ বিয়াৰ পাছৰেপৰা মিছ টেইলৰ আৰু তাইৰ সম্পৰ্কটো বন্ধুৰ নিচিনা হৈ পৰিছিল।

তাইনো বাৰু এই শূন্যতা কেনেকৈ সহ্য কৰে? অৱশ্যে এইটো সঁচা যে তাইৰ বান্ধৱী সিহঁতৰপৰা মাত্ৰ আধা মাইল দূৰত থাকিব, কিন্তু তথাপিও এইখন ঘৰত থকা মিছ টেইলৰ আৰু আধা মাইল দূৰত থকা মিছেছ ৱেষ্টনৰ মাজত নিশ্চয় পাৰ্থক্য থাকিব। তাই দেউতাকক বৰ ভাল পায় যদিও, তেওঁ কেতিয়াও তাইৰ সংগী হ'ব নোৱাৰে। বন্ধু হ'ব নোৱাৰে। তদুপৰি মিং উদহাউছ গোটেই জীৱন জুৰি ভগ্ন স্বাস্থ্যৰ আছিল, আৰু শাৰীৰিক অথবা মানসিকভাৱে সক্ৰিয় নাছিল বাবে বয়সতকৈ বেছি বুঢ়া হৈছে। বিয়াই তাইৰ বায়েকক বেছি দূৰ নহয় মাথোন ষোল্ল মাইল দূৰত্বৰ লণ্ডনলৈ লৈ গৈছে যদিও সেয়া নিতৌ অহা-যোৱা কৰিব পৰা দূৰত্বতকৈ বেছি। তাই বুজিলে খ্ৰিষ্টমাছৰ সময়ত ইজাবেলা আৰু তাইৰ গিৰীয়েক ল'ৰাছোৱালীকেইটাৰ স'তে হাৰ্টফিল্ডলৈ নহালৈকে অক্টোবৰ, নৱেম্বৰৰ দীঘল সন্ধিয়াবোৰ তাই অকলশৰে কটাব লাগিব।

হাইবেৰি এখন ডাঙৰ আৰু জনবহুল গাঁও। পৃথক ঘাঁহনি আৰু জোপোহা গছেৰে ভৰি থকা বাগিচাৰ হাৰ্টফিল্ড এই হাইবেৰিতে অৱস্থিত। উদহাউছসকল এই ঠাইৰ এটা প্ৰভাৱশালী পৰিয়াল। সকলোৱে তেওঁলোকক সন্মান কৰে। তাই এই ঠাইৰ বহুতকে জানে যদিও মিছ টেইলৰৰ পৰিৱৰ্তে কাৰোবাক এই ঘৰলৈ অনাৰ কথা ভাবিব নোৱাৰে। আনকি আধাদিনৰ বাবেও দেউতাকে কাকো মানি ল'ব নোৱাৰিব। সাৰে থকা সময়খিনিত দেউতাকক আনন্দিত কৰি ৰখাটো এমাৰ বাবে অতি প্ৰয়োজনীয়। কাৰণ তেওঁ এজন দুৰ্বল মনৰ মানুহ। আৰু অতি সহজেৰে তেওঁ হতাশাত ভোগে বাবে সকলো সময়তে তেওঁ কাৰোবাৰ সমৰ্থন বিচাৰে। তেওঁ ভাল পোৱাসকল তেওঁৰপৰা আঁতৰি যোৱাটো নিবিচাৰে। যিকোনো ধৰণৰ পৰিৱৰ্তন গ্ৰহণ কৰাটো তেওঁৰ বাবে কষ্টসাধ্য। বিয়া—যিটো পৰিৱৰ্তনৰ এটা প্ৰধান কাৰক, সেয়াও তেওঁৰ বাবে গ্ৰহণীয় নাছিল। মিছ টেইলৰৰ বিয়া হৈ তেওঁলোকৰপৰা আঁতৰি যোৱাটো দুয়োপক্ষৰ বাবে দুখদায়ক হোৱা বুলি তেওঁৰ ধাৰণা হ'ল। মিছ টেইলৰে জীৱনৰ বাকী সময়খিনি হাৰ্টফিল্ডতে কটোৱাহেঁতেন তেওঁ সুখী হ'লহেঁতেন। মিচিকিয়া হাঁহিৰে এমাই দেউতাকৰ এনেবোৰ চিন্তাৰপৰা তেওঁৰ মন আঁতৰাই ৰাখিবলৈ অন্য কথাৰ অৱতাৰণা কৰে। কিন্তু নিশা আহাৰ খোৱাৰ পৰত কোৱা একেখিনি কথাকে, চাহ খোৱাৰ পৰতো নোকোৱাকৈ থকাটো তেওঁৰ বাবে অসম্ভৱ হৈ পৰিল: "বেচেৰী মিছ টেইলৰ! তাই

পুনৰ ইয়ালৈ অহাটোকে মই কামনা কৰোঁ। মি° ৱেষ্টনে তাইৰ কথা চিন্তা কৰাটো কি যে পুতৌজনক কথা।"

"মই আপোনাৰ সৈতে কেতিয়াও একমত নহওঁ, দেউতা। মি° ৱেষ্টন ইমান ভাল মানুহ, তেওঁ নিশ্চয়কৈ এগৰাকী ভাল পত্নী পোৱাৰ যোগ্য আৰু আপুনি মিছ টেইলৰক আমাৰ লগত চিৰদিন কেনেকৈ ৰাখিব, দেউতা? তেওঁৰ নিজৰ ঘৰ এখন হোৱাৰ পাছত তেওঁ ইয়ালৈ কেলেই আহিব?"

"এখন নিজৰ ঘৰ। তাইৰ নিজৰ ঘৰখনতনো কি সুবিধা আছে? এই ঘৰ তাতকৈ তিনিগুণ ডাঙৰ।"

"আমি প্ৰায়ে তেওঁলোকক চাবলৈ যাব পাৰিম আৰু তেওঁলোকো ইয়ালৈ আহিব। আমি প্ৰায়ে লগা-লগি হৈ থাকিম। অৱশ্যে আমিয়ে প্ৰথম যাব লাগিব।"

"আইজনী, মইনো বাৰু ইমান দূৰলৈ কেনেকৈ যাওঁ? ৰেণ্ডেল্‌ছ ইমান দূৰ। মই তাৰ আধালৈও খোজ কাঢ়ি যাব নোৱাৰিম!"

"নাই, দেউতা, আপুনি খোজ কাঢ়ি যোৱাৰ কথা কোনোৱে ভবা নাই। আমি আমাৰ বাগীত যাম।"

"বাগীত! কিন্তু জেম্‌ছে ইমান অকণমান ৰাস্তাৰ বাবে বাগীত ঘোঁৰা জুঁটিবলৈ বেয়া পায়। আৰু আমি তেওঁলোকৰ তাত বহিলে বেচেৰা ঘোঁৰাকেইটানো ক'ত থাকিব?"

"মি° ৱেষ্টনৰ ঘোঁৰাশালত থাকিব, দেউতা। এই বিষয়ে কালি সন্ধিয়া মই মি° ৱেষ্টনৰ লগত কথা পাতিছোঁ। জেম্‌ছে তালৈ যাবলৈ বৰ ভাল পায়; কাৰণ তাত তাৰ ছোৱালীজনী লিগিৰী হিচাবে আছে। জেম্‌ছে যেতিয়াই জীয়েকক দেখা কৰিবলৈ যায়, মিছ টেইলৰে আমাৰ সকলো খবৰ জানিব পাৰে।"

কথা-বতৰা পাতি আনন্দিত হৈ থকা দেউতাকৰ মনটো তেনেদৰে ৰাখিবলৈ যত্ন কৰি এমাই খেল এটা উলিয়ালে যদিও তাৰ কোনো প্ৰয়োজন নহ'ল। কাৰণ তেনেকুৱাতে আলহী এজন উপস্থিত হ'ল।

সেয়া আছিল মি° নাইট্‌লে। আঠত্ৰিছ বছৰীয়া মি° নাইট্‌লে তেওঁলোকৰ পৰিয়ালৰ বহু পুৰণি আৰু অন্তৰংগ বন্ধু, লগতে তেওঁ বৰজীয়৾ৰী ইজাবেলাৰ স্বামীৰ ককায়েক। হাইবেৰিৰপৰা এক মাইল আঁতৰত থকা মি° নাইট্‌লে প্ৰায়েই আহে। তেওঁক সদায় আন্তৰিকতাৰে স্বাগতম জনোৱা হৈছিল যদিও তেওঁৰ সিদিনাৰ আগমনক অধিক আগ্ৰহেৰে স্বাগতম জনোৱা হ'ল, কাৰণ সিদিনা তেওঁ মি° উদহাউছৰ জী-জোৱাই আৰু নাতি-নাতিনীইঁতৰ খবৰ লৈ লণ্ডনৰপৰা আহিছিল। ভদ্ৰতাসূচক কথা-বতৰা শেষ

হোৱাৰ পাছত তেওঁ মিছ টেইলৰৰ বিয়াৰ খবৰ ল'লে। সকলো ভালে-ভালে হৈ গ'ল নিশ্চয় বুলি আশা কৰি তেওঁ জানিব বিচাৰিলে কোনে আটাইতকৈ বেছিকৈ কান্দিলে।

"বেচেৰী মিছ টেইলৰ! এইটো যে কি বেয়া ব্যৱস্থা!" মিঃ উদহাউছৰ কথা শুনি তেওঁ ক'লে, "আপোনালোকে ক'লেও মই সম্ভৱতঃ মিছ টেইলৰক বেচেৰী বুলি ক'ব নোৱাৰোঁ। আপোনাৰ আৰু এমাৰ প্ৰতি মোৰ যথেষ্ট শ্ৰদ্ধা আছে। কিন্তু মই ক'ম দুজনক সন্তুষ্ট কৰাতকৈ এজনক সন্তুষ্ট কৰিব লগাটো বহুত ভাল।"

"বিশেষকৈ তাৰে এজন যদি খামখেয়ালিৰে ভৰা জীৱ হয়, সেয়াতো আৰু মস্কিল হয়," ধেমালিৰ চলতে এমাই উত্তৰ দিলে।

"নিঃসন্দেহে এইটো অতি সঁচা কথা। মাজে-সময়ে মই বৰ খামখেয়ালি আৰু আমনিদায়ক হৈ পৰোঁ।"

"অ' দেউতা, আপুনি যে কি কয়, মই বাৰু আপোনাৰ কথা তেনেকৈ ক'ব পাৰোঁ নেকি? আৰু মিঃ নাইট্‌লেইনো আপোনাক কিয় ক'ব। মই নিজৰ কথাহে কৈছোঁ। মিঃ নাইট্‌লেই সদায়ে মোৰ দোষ বিচাৰি থাকে, এইবিলাক সকলো ধেমালিহে।"

প্ৰকৃততে মিঃ নাইট্‌লে মাত্ৰ কেইজনমান মানুহৰ মাজৰ এজন যিজনে এমাৰ দোষ-ত্ৰুটিবোৰ দেখা পায় আৰু একমাত্ৰ যিজনে ক'বলৈ সাহস কৰে। যদিওবা এমা তেওঁৰ লগত কেতিয়াও একমত নহয়।

"এমাই জানে মই তাইক কেতিয়াও মিছা প্ৰশংসা নকৰোঁ। মিছ টেইলৰে আগতে আপোনালোক দুজনক সন্তুষ্ট কৰিব লাগিছিল, কিন্তু এতিয়া এজনহে। গতিকে তেওঁৰ লাভেই হৈছে।"

"বাৰু বাৰু, এইবিলাক বাদ দিয়ক; আপুনি বিয়াৰ কথা শুনিব খুজিছিল নহয়, মই কওঁ শুনক। আপোনাক ক'বলৈ পাই মই সুখী যে সকলো সময়মতে আহিছে, সুন্দৰকৈ আহিছে। মুঠতে সকলো অতি সুন্দৰকৈ সমাপন হৈছে। কোনো দুখ নাই। কাৰণ তেওঁ আধামাইল দূৰলৈহে গৈছে আৰু প্ৰতিদিনে লগা-লগি হ'ব পাৰিম বুলি আমি নিশ্চিত, গতিকে দুখ কৰাৰ কোনো কাৰণ নাই।"

"এমাই সকলো সুন্দৰকৈ সহ্য কৰি গৈছে। কিন্তু, মিঃ নাইট্‌লে, মই জানো মিছ টেইলৰ আঁতৰি যোৱাত তাই বৰ দুখ পাইছে।"

দেউতাকৰ কথা শুনি দুচকুত চকুপানী আৰু ওঁঠত হাঁহি লৈ থকা এমাই মুখখন ঘূৰাই দিলে।

"সেইটো অতি স্বাভাৱিক।"

"কিন্তু আপোনালোকে মোক আনন্দ দিব পৰা কথা এটা পাহৰি গৈছে—

কথাটো হ'ল যে এই বিয়াখন ময়েই ঠিক কৰিছোঁ। সকলোৱে কৈছিল মিঃ ৱেষ্টনে আকৌ বিয়া নকৰায়, কিন্তু তেওঁ কৰালে, আৰু সেইটো কথাই মোক আনন্দ দিছে?"

মিঃ নাইটলেই তাইৰ কথাত সমৰ্থন জনালে।

দেউতাকে মৰমেৰে ক'লে, "বাছা! আগলৈ আৰু কাৰো বিয়া ঠিক কৰা কামটো নকৰিবা।"

"দেউতা, মই আপোনাক কথা দিছোঁ, মোৰ নিজৰ বিয়া মই ঠিক নকৰোঁ, কিন্তু আনৰ বাবে কৰিম। মোৰ মনত এইটো পৃথিবীৰ আটাইতকৈ ডাঙৰ আনন্দ। আৰু এনেকুৱা এক সাফল্যৰ পাছত মানুহে এনে এটা কাম কেনেকৈ এৰিব পাৰে? দেউতা, মই এই কামটো এৰিম বুলি আপুনি নাভাবিব।"

"তুমি কি সফলতাৰ কথা কৈছা মই বুজা নাই। ইয়াত তোমাৰ সফলতা ক'ত? তুমি কিয় গৰ্ব কৰিছা? অঁ, তুমি ক'ব পাৰা যে তুমি এটা অনুমান কৰিছিলা আৰু সেইটো মিলিছে। বাছ!" এমালৈ চাই মিঃ নাইট্‌লেই ক'লে।

"আৰু সেই অনুমানটো মিলাৰ আনন্দ আৰু বিজয় আপুনি বুজি পোৱা নাইনে? মই আপোনাক বুধিয়ক বুলি ভাবিছিলোঁ, কিন্তু আপোনাৰ কথা শুনি আপোনালৈ মোৰ পুতৌহে উপজিছে। সদায় এনেবোৰ কামৰ বাবে কিছু দক্ষতাও থাকিব লাগিব। আৰু সেই দক্ষতাই মোৰ সফলতা।"

"বাৰু, যি হওক, তুমি আৰু এইবিলাকত নালাগিবা, আইজনী। এইবিলাক ভাল কথা নহয়।"

"মাত্ৰ এখন বিয়া পাতিবলৈ দিয়ক, দেউতা; বেচেৰা মিঃ এল্টন। মই তেওঁৰ বাবে এজনী ছোৱালী চাব লাগিব। হাইবেৰিত মই তেওঁৰ বাবে উপযুক্ত ছোৱালী এজনী পোৱা নাই। আজি এবছৰ হ'ল তেওঁ ইয়াত থকা, ইমান দিনলৈ অকলশৰীয়া হৈ থকাটো বেয়া লগা কথা। মই মিঃ এল্টনক ভাল মানুহ বুলি ভাবোঁ আৰু তেওঁৰ বাবে এইটো কৰিবলৈ বিচাৰোঁ।"

"মিঃ এল্টন বৰ ভাল মানুহ। মই তেওঁক শ্ৰদ্ধা কৰোঁ। ঠিক আছে, তুমি যদি তেওঁৰ বাবে কিবা কৰিব খুজিছা কেতিয়াবা আমাৰ লগত নিশাৰ আহাৰ কৰিবলৈ মাতিবাচোন। মই ভাবোঁ মিঃ নাইট্‌লেয়ো তেওঁক লগ পালে ভাল পাব।"

"সানন্দে," মিঃ নাইট্‌লেই হাঁহি মাৰি উত্তৰ দিলে, "পাছে এমা, তেওঁক ধুনীয়াকৈ মাছে-মঙহে এসাঁজ খুওৱা; কিন্তু তেওঁক নিজৰ পত্নী নিজে বাছি ল'বলৈ দিয়া, ছাব্বিছ-সাতাইছ বছৰীয়া ডেকা এজনে নিজৰ বাবে এই কাম সুন্দৰকৈ কৰিব পাৰিব।"



"বাছা! আগলৈ আৰু কাৰো বিয়া ঠিক কৰা কামটো নকৰিবা।"

# অধ্যায় ২

এটা সন্মানিত পৰিয়ালত জন্ম গ্ৰহণ কৰা মিঃ ৰেষ্টন হাইবেৰিৰ বাসিন্দা। দুই-তিনি পুৰুষ ধৰি তেওঁলোক এই ঠাইতে আছে। উপযুক্ত শিক্ষা গ্ৰহণ কৰাৰ পাছত পৰিয়ালৰ পূৰ্বৰপৰা চলি অহা ব্যৱসায়ত হাত নিদি তেওঁ সৈন্যবাহিনীত সোমায়। সৈন্যবাহিনীত কেপ্টেইন ৰেষ্টন সকলোৰে প্ৰিয়পাত্ৰ হয়; তাতেই তেওঁ ইয়ৰ্কশ্বায়াৰ পৰিয়ালৰ মিছ চাৰ্চিলক লগ পায়। মিছ চাৰ্চিল কেপ্টেইন ৰেষ্টনৰ প্ৰেমত পৰে আৰু তেওঁক বিয়া কৰাবলৈ বিচাৰে। মিছ চাৰ্চিলৰ ককায়েক-বৌয়েক আছিল নিজৰ আভিজাত্য লৈ গৰ্ব কৰি ভাল পোৱা লোক। সেয়ে মিছ চাৰ্টিলৰ এই কথাক লৈ তেওঁলোক অসন্তুষ্ট হয়। মিঃ ৰেষ্টন আৰু তেওঁলোকৰ পৰিয়ালৰ মাজত আকাশ-পাতাল প্ৰভেদ আছিল, তথাপি নিজৰ ইচ্ছাৰপৰা মিছ চাৰ্চিলক বিৰত কৰিব নোৱাৰি অনিচ্ছা সত্ত্বেও মিঃ আৰু মিছেছ চাৰ্চিলে এই বিয়া পাতি দিয়ে। যিহেতু এই বিয়াখন দুটা অসমান পৰিয়ালৰ দুজনৰ মাজৰ বিয়া আছিল ইয়াৰ ফলাফল অধিক সুখপ্ৰদ নহ'ল। তেওঁলোকৰ আয়তকৈ ব্যয় বেছি হ'ল, কিন্তু তথাপিও সেয়া এন্সকম্বৰ বিলাসী জীৱনৰ তুলনাত একোৱে নাছিল। মিছ চাৰ্চিলে একে সময়তে কেপ্টেইন ৰেষ্টনৰ পত্নী আৰু এন্সকম্বৰ মিছ চাৰ্চিলজনীও হৈ থাকিবলৈ বিচাৰিছিল। মানুহে, বিশেষকৈ মিঃ আৰু মিছেছ চাৰ্চিলে এই অসমান বিয়াখনক কেপ্টেইন ৰেষ্টনে কৰা বেয়াৰপৰা বেয়ালৈ যোৱা এখন চুক্তি বুলি বিবেচনা কৰিছিল। কাৰণ, বিয়াৰ তিনি বছৰ পাছত যেতিয়া মিছেছ ৰেষ্টনৰ মৃত্যু হ'ল, তেতিয়া তেওঁ আগৰ তুলনাত যথেষ্ট দুখীয়া হৈ পৰিছিল। আনকি তেওঁলোকৰ শিশুটিক ভৰণ-পোষণ দিয়াৰ জোখাৰেও তেওঁৰ অৰ্থবল নাছিল। অৱশ্যে এই অৱস্থাৰপৰা তেওঁ সোনকালেই মুক্তি পালে। মিঃ আৰু মিছেছ চাৰ্চিল নিঃসন্তান আছিল, সেয়ে তেওঁলোকে মাকৰ মৃত্যুৰ পাছত অকণমানি ফ্ৰেংকৰ সমস্ত দায়িত্ব ল'বলৈ বিচাৰিলে। প্ৰথম অৱস্থাত মিঃ ৰেষ্টনে কিছু অনিচ্ছা প্ৰকাশ কৰিলেও চাৰ্চিল দম্পতীয়ে যেতিয়া ফ্ৰেংক তেওঁলোকৰ সকলো সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব আৰু মিঃ ৰেষ্টনে মাথোন নিজৰ অৱস্থা ভাল কৰিবৰ বাবেহে যিদৰে পাৰে যত্ন কৰক বুলি ক'লে, তেওঁ মান্তি হ'ল।

মিঃ ৰেষ্টনৰ জীৱনটো সম্পূৰ্ণ সলনি হৈ পৰাটো বাঞ্ছনীয় হৈ পৰিল। তেওঁ সৈন্যবাহিনীৰপৰা ওলাই আহিল আৰু ককায়েকৰ সহযোগত ব্যৱসায় আৰম্ভ কৰিলে। নিজৰ কাম-কাজ আৰু হাইবেৰিৰ সমাজখনৰ সৈতে তেওঁ দিন কটাবলৈ ধৰিলে। লাহে লাহে তেওঁৰ অৱস্থা ভাললৈ আহিল। তেওঁ হাইবেৰিৰ ওচৰতে বেশ্‌অলছত মাটি-বাৰী কিনি প্ৰতিষ্ঠিত হ'ল আৰু বিয়া কৰাই জীৱনৰ এটা নতুন অধ্যায় আৰম্ভ কৰিলে।

নিজৰ পছন্দক লৈ তেওঁ নিজে সুখী আছিল ঃ তেওঁৰ সৌভাগ্য তেওঁৰ নিজৰ আছিল; কাৰণ ফ্ৰেংক তেওঁৰ মোমায়েকৰ উত্তৰাধিকাৰী হোৱাৰ লগতে আনকি মোমায়েকৰ উপাধিটোও পাইছিল। গতিকে তেওঁ দেউতাকৰ সহায় বিচৰাৰ কোনো ভয় নাছিল।

মিঃ ফ্ৰেংক চাৰ্চিল হাইবেৰিৰ গৌৰব হোৱাৰ লগতে তেওঁৰ প্ৰতি মানুহৰ কৌতূহলো বাঢ়িল। কাৰণ এতিয়ালৈ তেওঁ এবাৰো হাইবেৰিলৈ অহা নাই। প্ৰায়ে তেওঁ দেউতাকক দেখা কৰিব আহিব বুলি কৈছিল যদিও কেতিয়াও অহা নাছিল। দেউতাকৰ বিয়াৰ পাছত তেওঁ আহিব বুলি সকলোৱে ধৰি লৈছিল। এই সম্পৰ্কত কাৰো দ্বিমত নাছিল। বিশেষকৈ যেতিয়া ফ্ৰেংক চাৰ্চিলে তেওঁৰ নতুন মাকলৈ চিঠি লিখিলে— তেতিয়া সেই আশা সুদৃঢ় হ'ল। ফ্ৰেংক চাৰ্চিলে মিছেছ ৱেষ্টনলৈ লিখা সুন্দৰ চিঠিখনৰ কথাই কিছুদিন ধৰি হাইবেৰিৰ সকলোৰে মুখে মুখে হৈ পৰিল।

## অধ্যায় ৩

মিঃ উদহাউছে নিজৰ ভাগে সমাজখন ভাল পাইছিল। তেওঁৰ বন্ধুবিলাকে ঘৰতে লগ পাবলৈ অহাটো ভাল পাইছিল। তেওঁৰ হাৰ্টফিল্ডৰ বাসগৃহত যেতিয়াই বিচাৰে তেওঁৰ সৰু গোটটোৰ বন্ধুসকলক দেখা কৰিবলৈ ক'ব পাৰিছিল। এই গোটটোৰ বাহিৰৰ কোনো পৰিয়ালৰ লগত তেওঁৰ বিশেষ পৰিচয় নাছিল। বেছি নিশালৈ হোৱা পাৰ্টি অথবা নিশাৰ বেছি ডাঙৰ ভোজবোৰৰ প্ৰতি তেওঁৰ অনীহা আছিল। মিঃ উদহাউছৰ বাবে সৌভাগ্যৰ কথা আছিল যে ৰেণ্ডেল্‌ছ হাইবেৰিতে আৰু মিঃ নাইট্‌লেইৰ বাসস্থান ডনৱেল এবে হাইবেৰিৰ গাতে লাগি আছে। মিঃ নাইট্‌লে প্ৰায়েই মিঃ উদহাউছৰ ঘৰলৈ আহে।

মিঃ আৰু মিছেছ ৱেষ্টন আৰু মিঃ নাইট্‌লেৰ দীৰ্ঘদিনীয়া শ্ৰদ্ধাৰ সম্পৰ্কই তেওঁলোকক মিঃ উদহাউছৰ সন্ধিয়াৰ লগৰীয়া কৰিছিল। তেওঁলোকৰ উপৰিও

অকলশৰীয়া ডেকা মিঃ এল্টনো এই সন্ধিয়াবোৰত নিমন্ত্রিত হৈছিল। এওঁলোকৰ বাহিৰেও মিছেছ আৰু মিছ বেট্‌ছ, মিছেছ গডার্ড হার্টফিল্ডৰ এই তিনিগৰাকী মহিলায়ো প্রায়ে মিঃ উদহাউছৰ ঘৰৰ নিমন্ত্রণ পাইছিল।

মিছেছ বেট্‌ছ হাইবেৰিৰ পূৰ্বৰ পুৰোহিতৰ বিধবা পত্নী। মিছেছ বেট্‌ছ তেওঁৰ জীয়েক মিছ বেট্‌ছৰ সৈতে থাকিছিল। মিছ বেট্‌ছ সেই অঞ্চলৰ অতি সৰবৰহী মহিলা। তেওঁ গাভৰু, দেখিবলৈ ভাল, ধনী অথবা বিবাহিতা নাছিল অথবা তেওঁৰ যে বুদ্ধিমত্তা আছে তেনেও নহয়, তথাপিও তেওঁ সুখী। মিছ বেট্‌ছে যথেষ্ট কথা কয়, যিটোৰ বাবে তেওঁ মিঃ উদহাউছৰ লগত সুন্দৰকৈ খাপ খায়। মিছেছ গডার্ড হ'ল হার্টফিল্ডত থকা পুৰণা ধৰণৰ ভাল বর্ডিং স্কুল এখনৰ শিক্ষয়িত্রী।

এদিনাখন ৰাতিপুৱা এমা বহি থাকোঁতে মিছেছ গডার্ডৰপৰা সৰু চিঠি এখন আহিল। সম্ভ্রমেৰে সৈতে লিখা চিঠিখনত তেওঁ এমাক অনুৰোধ কৰিলে যাতে মিছ স্মিথক তেওঁৰ লগত লৈ আহিবলৈ অনুমতি দিয়ে। সোতৰ বছৰীয়া মিছ স্মিথক এমাই দেখিছে আৰু তাইৰ সৌন্দর্য্যত মোহিত হৈ তাইৰ প্রতি আগ্রহো অনুভৱ কৰিছিল। সেয়ে সৌজন্যেৰে এমাই মিছ স্মিথলৈ নিমন্ত্রণ পঠালে।

হেৰিয়েট স্মিথ কাৰোবাৰ জাৰজ সন্তান। কোনোবাই কেইবাবছৰো আগতে তাইক মিছ গডার্ডৰ স্কুলত থৈ গৈছিল। এতিয়া তাই মিছেছ গডার্ডৰ পৰিয়ালৰ লগতে থাকে। তাই বৰ মৰম লগা ছোৱালী। এমাই মনে মনে তাইৰ ৰূপৰ প্রশংসা নকৰি নোৱাৰিলে। এই প্রথম লগ পোৱাৰ দিনাই দিনটোৰ শেষলৈ তাইৰ সুন্দৰ আচৰণদ্বাৰা মোহিত হৈ এমাই তাইৰ সৈতে সম্পর্ক ৰক্ষা কৰি চলিবলৈ ঠিক কৰিলে। মিছ স্মিথৰ লগত হোৱা কথা-বতৰাৰপৰা তাই যে উল্লেখনীয়ভাবে বুধিয়ক নহয় সেয়া এমাই বুজিলে, তথাপিও তাইক এমাৰ ভাল লাগিল। ইয়াৰ আগতে হাইবেৰিৰ যিসকলৰ লগত তাইৰ বন্ধুত্ব আছিল সেইসকল ভাল মানুহ আছিল যদিও তেওঁলোকৰ সৈতে থকাৰপৰা তাইৰ ক্ষতি হোৱা বুলি এমাৰ ধাৰণা হ'ল। তেনে এটি পৰিয়াল হ'ল মার্টিন পৰিয়াল। এমাই তেওঁলোকক ভালদৰে জানে, কাৰণ তেওঁলোক মিঃ নাইট্‌লেৰ ডাঙৰ পাম এখন ভাৰাত লৈ তাতে থাকে। কিন্তু তেওঁলোক সিমান ভদ্র পৰিয়াল নহয়; আৰু তেওঁলোকৰপৰা শিকিবলগীয়াও একো নাই। এমাই ভাবিলে যে তাতকৈ ভাল সমাজ এখনত উঠা-বহা কৰিলেহে তাই নিজকে নিশ্চয় সকলো ক্ষেত্রতে আগ বঢ়াই নিব পাৰিব।

এমাই দেউতাকক কথা পাতিবলৈ সংগী গোটাই দি সুখী কৰাৰ লগতে আলহীসকলকো সন্তুষ্ট কৰিলে। সকলোৱে আনন্দিত মনেৰে বিদায় ল'লে, বিশেষকৈ

মিছ স্মিথক যথেষ্ট আনন্দিত হোৱা বুলি বুজা গ'ল। সকলোৰে শেষত মিছ উদহাউছ মিছ স্মিথৰ লগত কৰমৰ্দন কৰি তাইক বিদায় দিলে।

## অধ্যায় ৪

হাৰ্টফিল্ডত হেৰিয়েট স্মিথৰ ঘনিষ্ঠতা বাঢ়ি আহিল। এমাই তাইক প্ৰায়েই আহি থাকিবলৈ ক'লে। মিছেছ ৱেষ্টনৰ অনুপস্থিতিত তাই যে এমাৰ ফুৰাৰ লগৰী হ'ব সেই কথা এমাই ভালদৰে বুজিলে। তাইৰ দেউতাক বাগিচাৰ বাহিৰলৈ ওলাই নগৈছিল। সেয়ে মিছেছ ৱেষ্টনৰ বিয়াৰ পাছৰেপৰা তাইৰ খোজ কঢ়াও সীমাবদ্ধ হৈ পৰিছিল। এতিয়া মন গ'লেই তাই হেৰিয়েটক মাতি পঠাব পাৰে।

হেৰিয়েটৰ মাক-দেউতাকনো কোন সেই কথা এমাই হেৰিয়েটৰপৰা উলিয়াবলৈ যত্ন কৰিছিল যদিও তাই একো নাজানিছিল। মিছেছ গডাৰ্ডে কোৱা কথাখিনিকে তাই বিশ্বাস কৰিছিল আৰু আগলৈ একো জানিবলৈ বিচৰা নাছিল। এমাৰ লগত ফুৰোঁতে হেৰিয়েটে মিছেছ গডাৰ্ড আৰু অন্য শিক্ষয়িত্ৰী আৰু ছোৱালীবিলাকৰ কথা আদি কৈছিল যদিও সৰহখিনি মাৰ্টিন পৰিয়ালৰ কথাই আছিল। তেওঁলোকৰ সৈতে কটোৱা মধুৰ দুটা মাহৰ কথা কৈ তাই আনন্দিত হৈছিল। বহুবক্তী হেৰিয়েটক এমাই উৎসাহিত কৰাত তাই যৌৱনসুলভ সৰলতাৰে মাৰ্টিন পৰিয়ালৰ কথা কৈছিল।

এমাৰ ধাৰণা আছিল, মিঃ মাৰ্টিনৰ পৰিয়ালত মিষ্টাৰ আৰু মিছেছ মাৰ্টিন, মিঃ মাৰ্টিনৰ মাক আৰু ভনীয়েক থাকে। কিন্তু হেৰিয়েটৰ মুখত বাৰম্বাৰ শুনা আৰু প্ৰশংসিত হৈ অহা মিঃ মাৰ্টিন যে এজন অবিবাহিত ডেকা, যেতিয়া এই ভুল ধাৰণাটো আঁতৰ হ'ল তেতিয়া এমাই তাইৰ বেচেৰী সৰু বান্ধৱীজনীৰ এই আন্তৰিকতাৰ বাবে বিপদৰ আগমন ঘটিব পাৰে বুলি সন্দেহ কৰিলে। আৰু এমাই যদি যত্ন নলয় হয়তো তাইক চিৰদিনৰ বাবে হেৰুৱাব। মাৰ্টিন পৰিয়ালৰ ভালেখিনি কথা শুনাৰ পাছত এমাই মিঃ মাৰ্টিননো দেখিবলৈ কেনেকুৱা, বয়স কিমান আদি কথা জানিব বিচাৰিলে।

হেৰিয়েটে তেওঁলোকৰ কথা কৈ থকা সময়খিনিত তাইৰ কথা-বতৰাৰ মাজত মিং মাৰ্টিনৰ প্ৰতি তাইৰ প্ৰেম-ভাল পোৱাৰ কিবা লক্ষণ দেখা পায় নেকি এমাই ভালদৰে মন কৰিলে। কিন্তু তাই বুজিলে হেৰিয়েটৰ ফালৰপৰা তেনে কোনো মনোভাব নাই।

তাৰ পাছদিনাখনেই সিহঁতে ডনৱেললৈ যোৱা ৰাস্তাটোত খোজ কাঢ়ি থাকোঁতে মিং মাৰ্টিনক লগ পালে। মিং মাৰ্টিনে হেৰিয়েটৰ লগত কথা-বতৰা পতা সময়খিনিত এমা কিছুদূৰ আগ বাঢ়ি গৈ তাইৰ বাবে অপেক্ষা কৰিলে। তাৰপৰাই এমাই মিং ৰবাৰ্ট মাৰ্টিনক মন কৰিলে। পৰিপাটি সাজ-পোছাকেৰে তেওঁক এজন সাধাৰণ মানুহ যেন লাগিল। এমাৰ নিজৰ দেউতাকৰ কথা মনত পৰিল তেওঁ যে কিমান ভাল আচৰণৰ মানুহ; কিন্তু মিং মাৰ্টিনে সাধাৰণ ভদ্ৰতাখিনিও নাজানে যেন লাগিল।

অলপ সময় কথা পতাৰ পাছত মিছ উদহাউছ ৰৈ থকা কথাটো মনত পৰাত হেৰিয়েটে হাঁহি মুখে আহি এমাক লগ ধৰিলে।

"চাওকচোন কি আচৰিত! কেনেকৈ তেওঁক লগ পালোঁ। তেওঁ ৰেণ্ডেলছলৈ যাবলৈ আহিছে। মিছ উদহাউছ, তেওঁ বাৰু আপুনি আশা কৰাৰ নিচিনাইনে? তেওঁৰ সম্পৰ্কে আপুনি কি ভাবে?"

"একেবাৰেই সাধাৰণ। আনকি তেওঁৰ আচৰণো এজন ভদ্ৰলোকৰ নিচিনা নহয়।"

"নিশ্চয় নহয়, তেওঁৰ কথা-বতৰা বা খোজ-কাটল একেবাৰেই মিং নাইট্‌লেৰ নিচিনা ভদ্ৰ নহয়। মই তেওঁলোক দুজনৰ মাজৰ পাৰ্থক্য ভালদৰেই বুজি পাওঁ। মিং নাইট্‌লে সকলো পিনৰপৰাই ভাল মানুহ।"

"মিং নাইট্‌লেৰ কথা সুকীয়া, তেওঁক মিং মাৰ্টিনৰ লগত তুলনা কৰাটো ঠিক নহ'ব। তেওঁৰ নিচিনা মানুহ শতকৰা এজনহে পোৱা যায়। কিন্তু তেৰেঁই অকল ভদ্ৰলোক নহয়—মিং ৱেষ্টন অথবা মিং এল্টন, তেওঁলোকৰ এজনৰ স'তে মিং মাৰ্টিনৰ তুলনা কৰাচোন। তেতিয়াই তুমি পাৰ্থক্যটো ধৰিব পাৰিবা।"

"সেইটোতো হয়েই! তেওঁলোকৰ মাজতো যথেষ্ট পাৰ্থক্য আছে," মিছ স্মিথে ক'লে।

"মিং ৰবাৰ্ট মাৰ্টিন হৈছে এজন সাধাৰণ খেতিয়ক—লাভ-লোকচানৰ হিচাবৰ কথা ভবাৰ বাহিৰে তেওঁ আন একোৱে ভাবিব নোৱাৰে।" মাৰ্টিনক এফলীয়া কৰি থৈ এমাই মিং এল্টনৰ প্ৰসংগ টানি আনিলে। তাই ক'লে যে এল্টনৰ আচাৰ-ব্যৱহাৰ কোনো কোনো ক্ষেত্ৰত মিং ৱেষ্টন অথবা মিং নাইট্‌লেতকৈও উচ্চ খাপৰ। তেওঁ কিমান ভাল প্ৰকৃতিৰ, স্ফূৰ্তিবাজ আৰু ভদ্ৰ তাকে কোৱাৰ পাছত এমাই আগতে এদিন মিং এল্টনে হেৰিয়েটক কিদৰে প্ৰশংসা কৰিছিল সেই কথা মনত পেলাই দিলে।

লাজত ৰঙা পৰি উঠা হেৰিয়েটে হাঁহি মাৰি ক'লে যে মিঃ এল্টন এজন বৰ ভাল মানুহ সেই কথা তাই সদায়েই ভাবে।

সেই ডেকা খেতিয়কজনত নিবদ্ধ হেৰিয়েটৰ চিন্তাধাৰাক যে মিঃ এল্টনৰ কথাকৈ পাহৰাব পাৰিব সেয়া এমাই বুজিছিল। তাই ভাবিলে হেৰিয়েট আৰু মিঃ এল্টনৰ যোৰা বেছ ভালকৈয়ে মিলিব। হেৰিয়েট প্ৰথম অহাৰ দিনাখনেই তাই এই কথাটো ভাবিছিল। আনহাতে মিঃ এল্টনেও হেৰিয়েট যে ধুনীয়া ছোৱালী সেইটো মানিছিল। আৰু সেইবাবেই এমাই বিশ্বাস কৰিলে যে হাৰ্টফিল্ডত ঘনাই লগা-লগি হৈ থাকিলে সিহঁতৰ সম্পৰ্ক ওচৰ চাপিব।

## অধ্যায় ৫

"এমা আৰু হেৰিয়েটৰ ঘনিষ্ঠতা সম্পৰ্কে আপুনি কি ভাবে নাজানো। মই ভাবোঁ এইটো বেয়া কথা হৈছে," মিঃ নাইট্‌লেই মিছেছ ৱেষ্টনক উদ্দেশ্যি ক'লে।

"বেয়া কথা হৈছে? আপুনি তেনেকৈ কিয় ভাবিছে?"

"মই ভাবোঁ এই সম্পৰ্কই কোনো এজনীৰে ভাল নকৰিব।"

"আপুনি মোক আচৰিত কৰিলে। এমাই নিশ্চয় হেৰিয়েটৰ ভালেই কৰিব। দুয়োজনীৰ বাবে ভালেই হ'ব। মই সিহঁতৰ ঘনিষ্ঠতা দেখি বেছ আনন্দ পাইছোঁ। আচৰিত, আমি ইমান বেলেগকৈ কথাটো ভাবিছোঁ। এই কথাটোৱে নিশ্চয় এমাক লৈ আমাৰ দুয়োৰে মাজত কাজিয়াৰ সূত্ৰপাত কৰিব, মিঃ নাইট্‌লে।"

"মিঃ ৱেষ্টন ঘৰত নথকাৰ সময়ত মই আপোনাৰ লগত কাজিয়া কৰিবলৈ অহা বুলি ভাবিছে চাগে—যাতে আপুনি অকলে যুদ্ধ কৰিবলগীয়া হয়, নহয়নে?" মিঃ নাইট্‌লেই সুধিলে।

"মিঃ ৱেষ্টন থাকিলেও তেওঁ নিঃসন্দেহে মোৰেই পক্ষ ল'লেহেঁতেন, কাৰণ তেৰোঁ কথাটো মই ভবাৰ নিচিনাকৈয়ে ভাবিছে। কালি আমি এই কথাটোকে পাতিছোঁ।

আমি একমত হৈছোঁ যে এমাৰ বাবে এইটো সৌভাগ্যৰ কথা যে হাইবেৰিত তাই হেৰিয়েটৰ নিচিনা সংগী এজনী পাইছে।... আপুনি অকলশৰে থকাত মূল্য বুজি নাপায়। সম্ভৱতঃ কোনো পুৰুষেই এই কথাটো উপলব্ধি কৰিব নোৱাৰে। আপোনাৰ আপত্তিৰ কাৰণটো মই অনুমান কৰিব পাৰিছোঁ। এমাৰ বন্ধু হোৱাৰ জোখাৰে যোগ্যতা তাইৰ নাই, কিন্তু এমাই তাইক উপযুক্ত কৰি তুলিব। তাৰ বাবে এমাৰো পঢ়া-শুনা বাঢ়িব,'' মিছেছ্ বেষ্টনে ক'লে।

''এমাইতো বাৰ বছৰ বয়সৰপৰাই কিতাপ পঢ়িছে। কিন্তু কষ্ট আৰু ধৈৰ্য্যৰ প্ৰয়োজন হোৱা কোনো কামেই আপুনি তাইৰ হতুৱাই কৰাব নোৱাৰে। তেনেস্থলত, হেৰিয়েট কোন কুটা? দুৰ্ভাগ্যবশতঃ, সৰুৰেপৰাই তাই অতি বুদ্ধিমতী হোৱা বাবেই তাই বেয়াও হৈছে, তাইৰ বায়েকে সোতৰ বছৰ বয়সত যিবিলাক প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিছিল, তাই দহ বছৰ বয়সতে দিব পাৰিছিল। বাৰ বছৰ বয়সতে তাই ঘৰখনৰ গৃহকৰ্ত্ৰী হৈছিল। একমাত্ৰ তাইৰ মৃতা মাকহে তাইৰ সমকক্ষ আছিল। তাই মাকৰপৰাই সকলোখিনি পাইছে।''

''মিঃ উদহাউছৰ ঘৰ এৰি আন ক'ৰবাত কাম কৰিবলগীয়া হ'লে মই আপোনাৰ পৰামৰ্শ ল'বলগীয়া হ'লহেঁতেন আৰু তেতিয়া সেইটো মোৰ বাবে দুৰ্ভাগ্যজনক হ'লহেঁতেন। মোৰ সম্পৰ্কে আপুনি যে কাৰোবাৰ আগত ভাল কথা ক'ব সেইটো মই নাভাবোঁ। মই যি কাম কৰোঁ সেই কামৰ বাবে মোক আপুনি অনুপযুক্ত বুলিয়ে ভাবে।''

''হয়,'' হাঁহি মাৰি মিঃ নাইট্‌লেই উত্তৰ দিলে। ''আপুনি ইয়াত বেছি ভালকৈ আছে। যি কৰিছে সেয়া এগৰাকী পত্নীৰ বাবে যোগ্য, কিন্তু ধাত্ৰীৰ বাবে নহয়। হাৰ্টফিল্ডত থকা সময়ত আপুনি নিজকে এগৰাকী সুযোগ্য পত্নী হোৱাৰ বাবে সাজু কৰিছিল। এমাক হয়তো আপুনি সেই শিক্ষা নিদিলে। কিন্তু আপুনি এজনক মানি চলাৰ সেই ভাল শিক্ষাটো এমাৰপৰাই পাইছে। মিঃ বেষ্টনে এগৰাকী পত্নী বিচাৰি দিবলৈ কোৱা হ'লে মই নিশ্চয় মিছ টেইলৰৰ কথাই ক'লোঁহেঁতেন।''

''ধন্যবাদ, মিঃ বেষ্টনৰ উপযুক্ত পত্নী হ'বৰ বাবে মোৰ দৰে সাধাৰণ বুদ্ধিৰ হ'লেই যথেষ্ট।''

হেৰিয়েট আৰু এমাৰ ঘনিষ্ঠতাক লৈ তেওঁলোকৰ মাজত পুনৰ কিছু সময় যুক্তি-তৰ্ক হ'ল। শেষত এমাই যে সদায় বিয়াত নবহোঁ বুলি কয় সেই কথাটোৰ বাবে মিঃ নাইট্‌লেক উদ্বিগ্ন যেন দেখা গ'ল।

লাহে লাহে তাইক সিদ্ধান্তৰপৰা আঁতৰাব পৰা যাব বুলি আশা কৰি মিছেছে

ক'লে, "হার্টফিল্ডত তাই এতিয়া আনন্দেৰে আছে; তেনে ক্ষেত্ৰত বিয়াৰ কথা আগ নবঢ়োৱাই ভাল। কাৰণ, তেতিয়া মি° উদহাউছৰ পক্ষেও কিছু অসুবিধা হ'ব। এমাৰ বিয়া-বাৰুৰ কথা এতিয়ালৈ যাওক নেকি? অৱশ্যে এমাৰ ভৱিষ্যত সম্পৰ্কত আপোনাৰ নিচিনাকৈ ময়ো সমানেই উৎকণ্ঠিত, সেই বিষয়ে আপুনি নিশ্চিন্ত হওক।"

## অধ্যায় ৬

হেৰিয়েটৰ কল্পনা যে এমাই উচিত দিশত আগ বঢ়াই নিব পাৰিছে সেই বিষয়ে তাইৰ কোনো সন্দেহ নাথাকিল। এমা নিশ্চিত হ'ল যে অতি সোনকালেই তাই হেৰিয়েটৰ মনত মি° এল্টনৰ প্ৰতি অনুৰাগ সৃষ্টি কৰাত সফল হ'ব। আনহাতে, তাইৰ বিশ্বাস আছিল যে মি° এল্টন যদি তাইৰ প্ৰতি আকৰ্ষিত হোৱাও নাই অতি সোনকালেই হ'ব। কাৰণ, তেওঁ প্ৰায়েই হেৰিয়েটৰ প্ৰশংসা কৰে। হাৰ্টফিল্ডত প্ৰথম লগ পোৱাৰ পাছৰেপৰা তাইৰ আচৰণৰ কিমান উন্নতি হৈছে, সেইবিলাকলৈ মন কৰাৰপৰা তেওঁ যে তাইৰ প্ৰতি আকৰ্ষিত সেইটো প্ৰতীয়মান হৈছে। হেৰিয়েটৰ এই পৰিৱৰ্তনৰ কৃতিত্ব সম্পূৰ্ণ এমাৰ বুলি কৰা প্ৰশংসাক এমাই নম্ৰভাৱে প্ৰত্যাখ্যান কৰিলেও মি° এল্টনে কিন্তু তাইক প্ৰশংসা কৰিয়ে থাকিল।

এমাই হেৰিয়েটৰ আনন্দৰ বাবে আৰু নিজৰ আনন্দৰ বাবে হেৰিয়েটৰ ছবি এখন অঁকাৰ আঁচনি কৰিলে আৰু সেইমতে কাম আৰম্ভ কৰিলে। চিত্ৰকৰ এমাৰ আগত বহি লাজত ৰঙা-চিঙা পৰা, লাজকুৰীয়া হাঁহি মৰা হেৰিয়েটৰ ভয় হ'ল—চিত্ৰকৰৰ স্থিৰ চকুৰ আগত তাই নিজৰ চেহেৰাৰ গাভৰুসুলভ মিঠা মিশ্ৰণ ৰাখিব পাৰিবনে নাই। একো কৰিবলৈ নথকা মি° এল্টনে এমাৰ পিছফালে থিয় হৈ থাকি তাইৰ কামকে চাই থাকিল। তেওঁ তেনেদৰে থকাত আমনি পোৱা এমাই তেওঁক এঠাইত বহি কিতাপ পঢ়াৰ বাবে নিয়োগ কৰিলে—যাতে সেয়া শুনি শুনি কাম কৰাটো তাইৰ বাবে সহজ হয় আৰু মিছ স্মিথৰ বিৰক্তিও কম হয়।

এই কামটোত মি০ এল্টন যথেষ্ট আনন্দিত হ'ল। হেৰিয়েটে শুনি গ'ল। শান্তিত এমাই তাইৰ কাম কৰিব পাৰিলে। অৱশ্যে পঢ়াৰ মাজে মাজে তেওঁক উঠি আহি এমাৰ কাম কিমানখিনি আগ বাঢ়িলে সেয়া চাবলৈ অনুমতি দিয়া হ'ল।

প্ৰথমদিনাৰ নিচিনাকৈ দ্বিতীয়দিনাও ছবি আঁকা আৰম্ভ হ'ল। হেৰিয়েট বহিল। মি০ এল্টনে কিতাপ পঢ়ি শুনালে। আৰু দুয়োৰে সহযোগত এমাই নিজৰ কাম কৰি গ'ল।

সম্পূৰ্ণ হোৱা ছবিখন দেখি মি০ এল্টন, মি০ নাইট্‌লে, মিছেছ ৱেষ্টন, মি০ উদহাউছ প্ৰত্যেকে নিজৰ নিজৰ মন্তব্য আগ বঢ়ালে।

ইয়াৰ পাছৰ কামটো হ'ল ছবিখন বন্ধোৱাটো। এইখিনিতে অলপ জটিলতাৰ সৃষ্টি হ'ল। কাৰণ, এই কামটো নিশ্চয়কৈ লণ্ডনত কৰাব লাগিব। আৰু কামটো ভাল হ'বলৈ কোনোবা জনা মানুহৰ হতুৱাই কৰাব লাগিব। এমাৰ লণ্ডনত কৰিবলগীয়া কামবিলাক সাধাৰণতে ইজাবেলাৰ হতুৱাই কৰোৱা হয়। কিন্তু এতিয়া যিহেতু ডিছেম্বৰ মাহ, ইমান ঠাণ্ডাত ইজাবেলা ওলাই যোৱাটো দেউতাকে নিবিচাৰিলে। অৱশেষত এইটো ঠিক হ'ল যে মি০ এল্টনে এইখন লণ্ডনলৈ নি নিজৰ পছন্দ মতে বন্ধাই আনিব।

মি০ এল্টনে হেৰিয়েটৰ প্ৰতি তেওঁৰ প্ৰেম-ভালপোৱাৰ বাবেই এইটো কৰিবলৈ বিচৰা বুলি ভবা এমাই মি০ এল্টন যে হেৰিয়েটৰ বাবে উপযুক্ত পাত্ৰ হ'ব সেইটো বুজি পালে।

## অধ্যায় ৭

মি০ এল্টন লণ্ডনলৈ যোৱাৰ দিনাখন ৰাতিপুৱাৰ আহাৰ কৰাৰ পাছত হেৰিয়েট আনদিনাৰ নিচিনাকৈ হাৰ্টফিল্ডলৈ আহিল। মাজতে এবাৰ তাই ঘৰলৈ গৈ সোনকালেই আকৌ হাৰ্টফিল্ডলৈ আহিল। আহিয়েই তাই উচ্‌পিচ্‌কৰ লগালে, ক'লে যে অসাধাৰণ কিবা এটা ঘটিছে আৰু কথাটো তাই অতি সোনকালেই এমাক ক'বলৈ বিচাৰে। ঘৰলৈ

যাওঁতে মিছেছ গডাৰ্ডৰপৰা তাই জানিব পাৰিছিল যে এঘণ্টামানৰ আগতে মিঃ মাৰ্টিনে তাইক বিচাৰি আহিছিল। তাই নাই বুলি জানিব পাৰি সৰু টোপোলা এটা তাইৰ বাবে থৈ গৈছে। টোপোলাটো খুলি তাই তাৰ ভিতৰত মিঃ মাৰ্টিনৰ ভনীয়েক এলিজাবেথে দিয়া চিঠি এখন, দুটা গান (যি দুটা হেৰিয়েটে এলিজাবেথক লিখি দিবলৈ কৈছিল) আৰু মিঃ মাৰ্টিনে লিখা চিঠি এখন পালে। চিঠিত মিঃ মাৰ্টিনে পোনে পোনে তাইক বিয়াৰ প্ৰস্তাৱ দিছে। কোনেনো বাৰু এনে কথা ভাবিব পাৰে! তেওঁ এনেকৈ লিখিছে যেন তাইক সঁচাকৈয়ে খুব ভাল পায়। তাই ইমান আচৰিত হৈছে যে কি কৰিব লাগে বুজি নাপাই লৰালৰিকৈ মিছ উদহাউছৰ ওচৰলৈ সুধিবলৈ আহিছে—এমাক জোৰকৈ পঢ়িবলৈ দিলে।

চিঠিখন পঢ়ি এমা আচৰিত হ'ল। তাই আশা কৰাতকৈ চিঠিখন লিখাৰ ধৰণ বহুত ভাল। চুটি চিঠিখনত তেওঁ নিজ অনুভূতিখিনি সুন্দৰকৈ প্ৰকাশ কৰিছে।

এমাই পঢ়ি থকা সময়ত হেৰিয়েটে উদ্বিগ্নতাৰে এমালৈ চাই থাকিল আৰু শেষ হোৱাৰ লগে লগে সুধিলে, "মই... মই বাৰু কি কৰা উচিত?"

"তুমি কি কৰিবা মানে? এই চিঠিখনৰ প্ৰসংগত কৈছা নেকি? তুমি সন্দেহ কৰাৰ কাৰণ কি? নিশ্চয় তুমি উত্তৰ দিবা—আৰু অতি সোনকালে দিবা।"

"কিন্তু কি উত্তৰ দিম? মিছ উদহাউছ, মোক পৰামৰ্শ এটা দিয়ক।"

"নাই নাই, মই কি পৰামৰ্শ দিম। আৰু মই জানো কি উত্তৰ দিব লাগে সেয়া তুমি ভালদৰে জানা।"

"তাৰ মানে আপুনি মই তেওঁৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰা উচিত বুলি ভাবে?"

"প্ৰত্যাখ্যান কৰা উচিত! মোৰ মৰমৰ হেৰিয়েট, তুমি কি ক'ব খুজিছা?" এই বিষয়ে তোমাৰ সন্দেহ আছে নেকি? মোক ক্ষমা কৰিবা... মই তুমি যদি কি মত জনাব লাগে সেই বিষয়ে ঠিক কৰিব পৰা নাই, মই তোমাক চাগে ভুল বুজিছোঁ। মই ভাবিছিলোঁ কেনে শব্দ ব্যৱহাৰ কৰিব লাগিব সেইটোহে তুমি মোৰ লগত আলোচনা কৰিব খুজিছা।"

হেৰিয়েট নিৰৱে ৰ'ল। খন্তেক বৈ তাই ক'লে, "তেওঁ যে মোক ইমান ভাল পায় সেই সম্পৰ্কে মোৰ কোনো ধাৰণাই নাছিল।"

"মই এইটো এটা সাধাৰণ কথা বুলিয়েই ক'ম, হেৰিয়েট, যদি এগৰাকী মহিলাই এজন পুৰুষক গ্ৰহণ কৰিবনে নাই সেই সম্পৰ্কত বিমোৰত পৰে, তেন্তে তেওঁ নিশ্চয়কৈ মানুহজন প্ৰত্যাখ্যান কৰা উচিত। তুমি মোৰ বান্ধৱী, তাতে তোমাতকৈ মই বয়সত ডাঙৰ বুলি এই কথাখিনি কোৱাটো মোৰ কৰ্তব্য বুলি ভাবিছোঁ। কিন্তু মই তোমাক প্ৰভাৱান্বিত কৰিব খুজিছোঁ বুলি হ'লে নাভাবিবা।"

"নাই নাই, নাভাবোঁ। কিন্তু, মিছ উদহাউছ, আপুনি যদি আপোনাৰ মতামত নিদিয়ে, মই নিজে যি পাৰোঁ কৰিম। আৰু মই মোৰ মন স্থিৰ কৰিছোঁ যে মই মিঃ মাৰ্টিনক প্ৰত্যাখ্যান কৰিম। মই প্ৰত্যাখ্যান কৰাই উচিত বুলি আপুনিও ভাবে, নহয় জানো?"

"ঠিকেই কৈছা, মোৰ মৰমৰ হেৰিয়েট, তুমি যি কৰা উচিত তাকেই কৰিছা। তুমি সামান্যভাৱে হ'লেও অস্থিৰ হৈ থকালৈকে মই একো কোৱা নাই, কাৰণ মই মোৰ কথাৰে তোমাক প্ৰভাৱান্বিত কৰিব নোখোজোঁ। কিন্তু তুমি এইটো নকৰাহেঁতেন মই এজনী বান্ধৱী হেৰুৱালোঁহেঁতেন। কাৰণ, মই কেতিয়াও মিছেছ ৰবাৰ্ট মাৰ্টিনক এবে-মিলত দেখা কৰিব নোৱাৰিলোঁহেঁতেন। এতিয়া মই চিৰদিনৰ বাবে সেইটোৰপৰা নিৰাপদ।"

"আপুনি মোক দেখা নকৰিলেহেঁতেন! মইতো সেই কথাটো ভবাই নাছিলোঁ। কি যে সাংঘাতিক কথা হ'লহেঁতেন! উস! ৰক্ষা পৰিলোঁ। মোৰ প্ৰিয় মিছ উদহাউছ, আপোনাৰ স'তে থকা অন্তৰংগ বন্ধুত্বৰ বিনিময়ত মই পৃথিবীৰ যিকোনো আনন্দই এৰিব পাৰিম।"

"সঁচাকৈয়ে, হেৰিয়েট, তোমাক হেৰুৱাব লগা হ'লে মই বৰ দুখ পালোঁহেঁতেন। ভাল সমাজখনৰ সংগৰপৰা তুমি আঁতৰি যাবলগীয়া হ'লহেঁতেন।"

"মই বাৰু কেনেকৈ সহ্য কৰিলোঁহেঁতেন? হাৰ্টফিল্ডলৈ আহিব নোৱৰাহেঁতেন মই যে মৰিয়ে থাকিলোঁহেঁতেন দেই।"

"মৰম আকলুৱাজনী! তুমি এবে-মিললৈ নিৰ্বাসিত হ'লাহেঁতেন। গোটেই জীৱন সেই অশিক্ষিত আৰু সাধাৰণ মানুহবোৰৰ সৈতে কটাবলগীয়া হ'লহেঁতেন। মই আচৰিত হৈছোঁ সেই ডেকাজনে কিদৰে কথাটো সুধিবলৈ সাহস কৰিছে।"

যি হওক, এমাৰ পৰামৰ্শ মতে চিঠিখন লিখি পঠিয়াই দি হেৰিয়েট নিৰাপদ হ'ল। অৱশ্যে গোটেই সন্ধিয়াটো তাই দুখী দুখী ভাবেৰে ৰ'ল। এমাই তাইক আনন্দিত কৰি তুলিবৰ বাবে মিঃ এল্টনৰ প্ৰসংগ উলিয়ালে, "এতিয়া মিঃ এল্টনে চাগে ছবিখন তেওঁৰ মাক আৰু ভনীয়েকক দেখুৱাইছে।"

"মোৰ ছবিখন। কিন্তু তেওঁতো সেইখন বণ্ড ষ্ট্ৰিটতে এৰি গৈছে," হেৰিয়েটে ক'লে।

"হয় নেকি? তেতিয়াহ'লে মই দেখোন মিঃ এল্টনৰ বিষয়ে একোৱেই নাজানো। নাই নাই, মোৰ মৰমৰ হেৰিয়েট, ছবিখন বণ্ড ষ্ট্ৰিটত তেওঁ এৰি যোৱা নাই। সেইখন নিশ্চয় মিঃ এল্টনৰ গোটেই সন্ধিয়াটোৰ সংগী হৈছে আৰু তেওঁৰ ভৱিষ্যতৰ

পৰিকল্পনাৰ উৎসও হৈ পৰিছে। তোমাৰ ছবিখন চাই এই মুহূৰ্তত মি° এল্টনৰ পৰিয়ালবৰ্গৰ মাজত নিশ্চয় বহুতো মজাৰ জল্পনা-কল্পনা চলি আছে।"

হেৰিয়েটে হাঁহি দিলে—সেয়া আছিল এক সতেজ-সবল হাঁহি।

## অধ্যায় ৮

সেইদিনা নিশাটো হেৰিয়েটে হাৰ্টফিল্ডতে কটালে। যোৱা কিছুদিন ধৰি সপ্তাহৰ আধাতকৈও বেছি সময় তাই হাৰ্টফিল্ডতে কটাইছে। বৰ্তমান এমাইও হেৰিয়েটক যিমান বেছি সময় পাৰে তাইৰ লগত কটোৱাটো বিচাৰিছিল। পাছদিনা ৰাতিপুৱা দুই-এঘণ্টাৰ বাবে তাই মিছেছ গডাৰ্ডৰ ওচৰলৈ যাবলগীয়াত পৰিল। হ'লেও তাই সোনকালেই ঘূৰি অহাৰ সিদ্ধান্ত ল'লে।

হেৰিয়েট যোৱাৰ অলপ পাছতে মি° নাইট্‌লে আহি উপস্থিত হ'ল। তেওঁ মি° উদহাউছ আৰু এমাৰ লগত অলপ সময় বহাৰ পাছত মি° উদহাউছ খোজ কাঢ়িবৰ বাবে ওলাই গ'ল।

মি° উদহাউছ ওলাই যোৱাৰ পাছত মি° নাইট্‌লেই এমাৰ লগত কথা পতাত লাগিল। তেওঁলোকৰ মাজত হেৰিয়েটৰ কথা ওলোৱাত মি° নাইট্‌লেই ক'লে, "তুমি তাইক যিমান ধুনীয়া বুলি ভাবা, মই নাভাবোঁ। কিন্তু তাই যে মৰম লগা সেইটো হয়।"

"আপুনি যে তেনেদৰে ভাবে জানিব পাৰি মই আনন্দিত হৈছোঁ।"

"তুমি প্ৰশংসা পাবৰ বাবে উদ্‌গ্ৰীৱ হৈ আছা। সেয়ে কওঁ তুমি সজ আচৰণকে ধৰি তাইক বহুত কথা শিকাইছা। তাৰ কৃতিত্ব তুমি পাবা।"

"ধন্যবাদ। তাইৰ বাবে কিবা নকৰাহেঁতেন মই নিজেই লজ্জিত হ'লোঁহেঁতেন। কিন্তু, প্ৰত্যেক ব্যক্তিয়ে প্ৰয়োজনীয় ক্ষেত্ৰতো আনকি প্ৰশংসা কৰিব নোৱাৰে। আপুনিও মোক প্ৰায়ে প্ৰশংসা নকৰে।"

"তুমি তাই আহিব বুলি এতিয়াও আশা কৰি আছা, নহয়নে?" মিঃ নাইট্‌লেই সুধিলে।

"প্ৰতিটো মুহূৰ্ত্ততে। তাই আহিম বুলি কোৱা সময়তকৈ বহুত পলম কৰিছে," এমাই ক'লে।

"তাইৰ পলম হ'বলগীয়া কিবা ঘটিছে নিশ্চয়। তাইক লগ পাবলৈ কোনোবা আহিছে চাগে।"

"অপ্ৰয়োজনীয় হাইবেৰিৰ কথা-বতৰা। কি যে বিৰক্তিকৰ!" এমাই ক'লে।

"যিবোৰ লোকক তুমি বিৰক্তিকৰ বুলি ভাবা, হেৰিয়েটে নাভাবিবও পাৰে।"

কথাটো যে সঁচা এমাই জানে, সেয়ে তাই নিৰৱে ৰ'ল।

হাঁহি মাৰি মিঃ নাইট্‌লেই ক'লে, "মই তোমাক কথা এটা কওঁ—তোমাৰ সকু বান্ধৱীজনীয়ে সোনকালেই তাইৰ ভালৰ বাবে কিবা কথা এটা শুনিবলৈ পাব।"

"সঁচানে। কি কথা? কেনে ধৰণৰ বাৰু?" এমাই সুধিলে।

"ভীষণ গম্ভীৰ কথা! হেৰিয়েট স্মিথে অতি সোনকালেই বিয়াৰ প্ৰস্তাব এটা পাব—এজন যথেষ্ট ব্যতিক্ৰমী মানুহ ৰবাৰ্ট মাৰ্টিনৰপৰা। যোৱাটো গ্ৰীষ্মকালত তাই যে এবে-মিললৈ অহা-যোৱা কৰিছিল—তেতিয়াই তেওঁ তাইক গভীৰভাবে ভাল পাই পেলাইছে আৰু এতিয়া বিয়াও কৰাব খোজে," মিঃ নাইট্‌লেই ক'লে।

"তেওঁ যথেষ্ট অনুগ্ৰহ কৰিছে কিন্তু তেওঁ নিশ্চিতনে যে হেৰিয়েটে তেওঁক বিয়া কৰাব?"

"ৰবাৰ্ট মাৰ্টিন মোৰ ওচৰলৈ আহি সকলো কথা কৈ মোৰপৰা পৰামৰ্শ লৈ গৈছে। আজি চাগে তেওঁ অহাৰ বাবেই হেৰিয়েটৰ পলম হৈছে।"

"আপুনি কেনেকৈ জানিলে যে মিঃ মাৰ্টিনে কালি তাইৰ লগত কথা পতা নাই?" এমাই মনতে হাঁহিলে।

"মই সঠিক নাজানো। কিন্তু তুমিচোন ক'লা কালি তাই গোটেই দিনটো তোমাৰ লগতে আছিল বুলি।"

"শুনক মই কওঁ, তেওঁ কালি তাইৰ লগত কথা পাতিছে। মানে চিঠি লিখিছে আৰু তাই প্ৰত্যাখ্যান কৰিছে।"

"তেন্তে মই ভবাতকৈ তাই বহুত বেছি মূৰ্খ," খঙত ৰঙা পৰি মিঃ নাইট্‌লেই চিঞৰি উঠিল।

"অ' হয় নেকি?" এমাই উত্তেজিত হৈ ক'লে। "এজন পুৰুষৰ বাবে এগৰাকী

নাৰীয়ে বিয়াৰ প্ৰস্তাৱ এটা প্ৰত্যাখ্যান কৰা কথাটো ভাবিব নোৱৰা কথা। পুৰুষে সদায় ভাবি লয় যে মহিলা এগৰাকীয়ে কোনোবাই বিয়াৰ প্ৰস্তাৱ দিলেই গ্ৰহণ কৰিব।''

''মূৰ্খ। পুৰুষে কেতিয়াও তেনে ধৰণে নাভাবে। কিন্তু ইয়াৰ অৰ্থ কি? হেৰিয়েট স্মিথে ৰবাৰ্ট মাৰ্টিনৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছে? যদি কৰিছে এইটো বলিয়ালিৰ বাহিৰে একো নহয়। কিন্তু মই ভাবোঁ তুমি ভুল কৰিছা। তাই এনে কাম নকৰিব।''

''মই তাই লিখা উত্তৰ দেখিছোঁ,'' এমাই ক'লে।

''তুমি দেখিছা! নে তুমি তাইৰ উত্তৰ লিখি দিছা? এমা, এয়া তুমি কৰাইছা। তুমি তাইক লিখিবলৈ বাধ্য কৰিছা।''

''যদি কৰিছোঁও, একো ভুল কৰিছোঁ বুলি মই নাভাবোঁ। মিঃ মাৰ্টিন সন্মানীয় ডেকা হ'লেও হেৰিয়েটৰ যোগ্য কেতিয়াও হ'ব নোৱাৰে। ভাবকচোন, এজন খেতিয়ক বাৰু মোৰ অন্তৰংগ বান্ধৱীজনীৰ উপযুক্ত দৰা হ'ব পাৰেনে? সেয়া তাইৰ বাবে তললৈ নমা নহ'বনে?''

''হেৰিয়েটৰ যোগ্য হ'ব নোৱাৰে!'' আচৰিত হৈ মিঃ নাইট্‌লেই চিঞৰি উঠিল আৰু কেইটামান মুহূৰ্তৰ পাছত শান্ত স্বৰেৰে তেওঁ ক'লে, ''ৰবাৰ্ট মাৰ্টিন এজন খেতিয়ক হ'লেও জ্ঞানী, পৰিশ্ৰমী, বুধিয়ক আৰু ভদ্ৰলোক। হেৰিয়েটৰ নিচিনা কম শিক্ষা, কম জ্ঞান আৰু অনিশ্চিত জন্মৰ এজনী ছোৱালীৰ যোগ্যতো নহয়েই, তাইতকৈ বহুত ওপৰৰ। তোমাৰ লগত থকাৰ বাবেহে হেৰিয়েটে নিজকে কিছু পৰিমাণে উন্নত কৰিব পাৰিছে।''

বহু সময় ধৰি দুয়ো হেৰিয়েট আৰু ৰবাৰ্ট মাৰ্টিনৰ পক্ষ লৈ কথা কটাকটি কৰি থাকিল। এটা সময়ত দুয়ো নিৰৱে বহি ৰ'ল। এমাই অলপ অপ্ৰস্তুত অনুভৱ কৰিলে আৰু মিঃ নাইট্‌লে উঠি যোৱাটো বিচাৰিলে যদিও তাইৰ মনত কিন্তু কোনো অনুশোচনা নাছিল। তাইৰ নিজৰ সিদ্ধান্ত তাই শুদ্ধ বুলিয়ে ভাবিলে। কিন্তু তথাপিও যিহেতু মিঃ নাইট্‌লেৰ সিদ্ধান্তৰ প্ৰতি তাইৰ স্বভাৱসিদ্ধ সম্ভ্ৰম আছে, সেয়ে খং উঠা মিঃ নাইট্‌লে তাইৰ মুখামুখিকৈ বহি থকাত তাইৰ বেয়া লাগিছিল।

নিৰৱতা ভংগ কৰি মিঃ নাইট্‌লেই ক'লে, ''ৰবাৰ্ট মাৰ্টিনৰ একো লোকচান নহয়। হেৰিয়েটৰ বিষয়ে তুমি ভালদৰে জানা। কিন্তু তুমি যিহেতু বিয়াৰ সম্পৰ্ক স্থাপন কৰি ভাল পোৱা, তোমাৰ নিশ্চয় মতামত আৰু আঁচনি আছে। আৰু বন্ধু হিচাবে মই তোমাক এটা ইংগিত দিব খোজোঁ। যদি তুমি ভাবিছা হেৰিয়েটৰ বাবে ভৱা মানুহজন মিঃ এল্টন, মই ভাবোঁ তোমাৰ এই কষ্ট অথলে যাব।''

মিঃ নাইট্‌লেই এমাক ক'লে যে এল্টনৰ নিচিনা মানুহ এজনে কপৰ্দকহীন

ছোৱালী এজনীক কেতিয়াও বিয়া নকৰায়। আবেগপ্ৰৱণভাৱে তেওঁ কথা ক'ব পাৰে যদিও তেওঁ কাম কৰিব জ্ঞানীৰ দৰে।

তেওঁৰ কথাত এমা বিৰক্ত হ'ল যদিও তাই নিশ্চিত থাকিল যে মিঃ এল্টনক তাই যিমান ভালদৰে জানে আৰু বুজি পায় মিঃ নাইট্‌লেই সিমান নাজানে।

## অধ্যায় ৯

মিঃ নাইট্‌লেই তাইৰ লগত কাজিয়া কৰিব পাৰে যদিও এমাইতো নিজৰ লগত কাজিয়া কৰিব নোৱাৰে। মিঃ নাইট্‌লে এমাৰ ওপৰত ইমান অসন্তুষ্ট হৈছিল যে বহুদিন ধৰি তেওঁ হাৰ্টফিল্ডলৈ নাহিলেই। আৰু যিদিনাখন আহিল সিদিনাও তেওঁ ইমান গহীন হৈ থাকিল যে তাই বুজি পালে তেওঁ তাইক ক্ষমা কৰা নাই। তাই দুঃখিত হ'ল যদিও অনুতপ্ত নহ'ল।

মিঃ এল্টন উভতি অহাৰ পাছত সুন্দৰকৈ বন্ধাই অনা ছবিখন আনি বহা কোঠাৰ জুহালৰ ওপৰৰ থাকত থোৱা হ'ল। বন্ধোৱা ছবিখন চাই কৰা মিঃ এল্টনৰ প্ৰশংসাই হেৰিয়েটৰ মনত তাইৰ প্ৰতি থকা আকৰ্ষণৰ কথাকে সূচালে। এল্টনে হেৰিয়েটৰ প্ৰতি দেখুওৱা ব্যৱহাৰে এমাকো সন্তুষ্ট কৰিলে।

হেৰিয়েটক শিক্ষিত কৰিবৰ বাবে এমাৰ যি আঁচনি আছিল সেয়া সফল হোৱা নাছিল; আনকি সাঁথৰ সংগ্ৰহ কৰি গোটোৱাটোও কমি গৈছিল। আৰু সেয়েহে এমাই মিঃ এল্টনৰ সহায় বিচৰাৰ কথা ভাবিলে। মিঃ এল্টনে ইমান আন্তৰিকতাৰে কাম কৰিলে যে এমা সঁচাকৈয়ে আনন্দিত হ'ল। কিন্তু তেওঁ স্মৃতিৰপৰা যিবিলাক সাঁথৰৰ কথা ক'লে সেইবোৰ সিহঁতে সংগ্ৰহ কৰিছিলেই। এমাই তেওঁক সিহঁতৰ বাবে নিজে লিখি আনিবলৈ ক'লে।

তেওঁ ক'লে যে আগতে তেওঁ তেনেকুৱা একো লিখা নাই আৰু মিছ উডহাউছ বা মিছ স্মিথৰদ্বাৰা অনুপ্ৰাণিত হৈ যে তেনে কিবা লিখিব পাৰিব সন্দেহ আছে।

তথাপি, পাছদিনাখন তেওঁ সাঁথৰ এটা আনি মেজত থ'লে। অৱশ্যে এইটো তেওঁৰ বন্ধু এজনে এগৰাকী মহিলাৰ উদ্দেশ্যে লিখা বুলি ক'লে। কিন্তু এমা পতিয়ন গ'ল যে এইটো মি০ এল্টনে নিজেই লিখিছে আৰু হেৰিয়েটক সম্বোধন কৰি লিখিছে।

মি০ এল্টনে ক'লে যে যিহেতু এইটো তেওঁৰ বন্ধুৰ গতিকে তেওঁ এইটো মিছ স্মিথৰ সংগ্ৰহৰ বাবে দিব নোৱাৰে।

কথাখিনি হেৰিয়টতকৈ এমাৰ উদ্দেশ্যে কোৱা বুলি তাই বুজি পাইছিল আৰু সাঁথৰটোৰ উত্তৰ উলিয়াবলৈ তাই হেৰিয়েটলৈ আগ বঢ়াই দিলে। কিন্তু হেৰিয়েটে নোৱাৰাত, এমাই পঢ়ি তৎক্ষণাৎ তাৰ উত্তৰটো উলিয়ালে। উত্তৰটো আছিল 'পূৰ্বৰাগ'। তাই হেৰিয়েটক ক'লে যে তাইৰ প্ৰতি যে মি০ এল্টনৰ আকৰ্ষণ আছে আৰু তাইক যে ভাল পায় এই লেখাটোৱে প্ৰমাণ কৰে। তাই আনকি হেৰিয়েটক মি০ এল্টনৰ সৈতে তাইৰ সাম্ভাব্য বিয়াখনৰ বাবে অভিনন্দনো জনালে।

এমাৰ কথা শুনি হেৰিয়েট পুলকিত হৈ উঠিল। সিহঁতে কথা পাতি থাকোঁতে মি০ উদহাউছ আহি ছোৱালীহঁতৰ পঢ়া-শুনা কেনে চলিছে তাৰ খবৰ ল'লে; নতুন কিবা সাঁথৰ পাইছে নেকি তেওঁ জানিব বিচাৰিলে।

এমাই দেউতাকক নতুন সাঁথৰটো পঢ়ি শুনালে। ইমান সুন্দৰ গাঁথনিৰ এইটো এমাৰ বাহিৰে আন কোনোৱে লিখিব নোৱাৰিব বুলি মি০ উদহাউছে মন্তব্য কৰাত একো নকৈ এমাই মাথোন মূৰ জোকাৰি মিচিকিয়াই হাঁহিলে।

"এইবিলাক ক্ষেত্ৰত এমাই মাকৰ বুদ্ধি পাইছে" বুলি কোৱাৰ লগে লগে মি০ উদহাউছৰ বৰজীয়ৰী ইজাবেলাৰ কথা মনত পৰিল। ইজাবেলা আৰু জন নাইট্‌লে তেওঁলোকৰ ল'ৰাছোৱালীকেইটাৰ স'তে অহাৰ কথা। আহিলে তেওঁলোক থকা-মেলাৰ কি ব্যৱস্থা কৰা হ'ব সেই বিষয়ে তেওঁ এমাৰ স'তে আলোচনা কৰিলে।

দিনটোৰ শেষত ছোৱালীহঁতে নিশাৰ আহাৰ সাজু কৰিবলৈ যোৱাৰ পৰত সুন্দৰ সাঁথৰটোৰ স্ৰষ্টাজন হাৰ্টফিল্ডত সোমালহি। কথাৰ মাজতে এমাই তেওঁক জনালে এমাক যেন তেওঁৰ বন্ধুৰ হৈ মি০ এল্টনে ক্ষমা কৰি দিয়ে, কাৰণ এমাই সাঁথৰটো লিখি ৰাখিছে।

তাৰ উত্তৰত মি০ এল্টনে ক'লে যে তেওঁৰ বন্ধুক ক'বলৈ তেওঁ কুণ্ঠাবোধ নকৰে, বৰং তেওঁৰ বন্ধুজনে এইটো গৌৰৱৰ কথা বুলিহে অনুভৱ কৰিব।

## অধ্যায় ১০

হাইবেৰিৰ অলপ আঁতৰত ৰোগাক্ৰান্ত পৰিয়াল এটাৰ খবৰ ল'বলৈ এমা হেৰিয়েটৰ লগত ওলাই গ'ল। সিহঁত যোৱা বাটটো মিঃ এল্টনৰ বাসস্থানৰ আগেদিয়ে গৈছে। এমাই হেৰিয়েটক তেওঁৰ ঘৰটো দেখুৱাই দিলে। হেৰিয়েট কেতিয়াও পুৰোহিত থকা ঘৰলৈ গৈ পোৱা নাছিল। সেয়ে তালৈ গৈ চোবাৰ বাবে তাইৰ কৌতূহল হ'ল। কিন্তু তথাপিও তালৈ যোৱাৰ কোনো অজুহাত নথকাত এমাই যাব নুখুজিলে।

কিছুদূৰ নিৰৱে আগ বঢ়াৰ পাছত হেৰিয়েটে এমাক সুধিলে, "মিছ উদহাউছ, আপুনি যে ইমান ধুনীয়া, আপুনি বিয়া নাপাতে নেকি? পাতিলে কেতিয়াকে পাতিব?"

হাঁহি মাৰি এমাই উত্তৰ দিলে, "মই ধুনীয়া হোৱাটোৱেই বিয়া পতাৰ বাবে যথেষ্ট নহয়। মোৰ বাবে উপযুক্ত মানুহ এজন পাব লাগিব। বৰ্তমান মই বিয়াৰ কথা ভবা নাই, অৱশ্যে বিয়া পতাৰ মোৰ তেনে ইচ্ছাও নাই।"

"হাৰে, আপুনি কি কৈছে? মই যে বিশ্বাস কৰিব পৰা নাই," মিছ হেৰিয়েটে ক'লে।

"মই এতিয়ালৈ দেখা বা লগ পোৱা মানুহবোৰতকৈ শ্ৰেষ্ঠ কোনোবা এজনক বিচাৰোঁ, যাক লগ পালে হয়তো মই বিয়াৰ কথা ভাবিব পাৰোঁ। আন মহিলাসকলৰ থকাৰ নিচিনাকৈ বিয়াৰ প্ৰতি মোৰ তেনে সাধাৰণ প্ৰবৃত্তি নাই। অৱশ্যে মই যদি কাৰোবাৰ প্ৰেমত পৰোঁ তেন্তে সেইটো সুকীয়া কথা। কিন্তু মই জানো মোৰ ক্ষেত্ৰত সেয়া কেতিয়াও নঘটে।"

"তেন্তে আপুনি দেখোন মিছ বেট্ছৰ নিচিনা বুঢ়ী এজনী হৈ ৰ'ব।"

"চিন্তা নকৰিবা, হেৰিয়েট, মই নিশ্চয়কৈ দুখীয়া বুঢ়ী এজনী নহওঁ। কম উপাৰ্জনৰ অবিবাহিতা মহিলা এগৰাকী অসম্মানৰ পাত্ৰ হ'ব পাৰে, কিন্তু ধনবান এগৰাকীৰ ক্ষেত্ৰত তেনে নহয়। মিছ বেট্ছ ভাল প্ৰকৃতিৰ হোৱাৰ বাহিৰে কোনো ক্ষেত্ৰতে মোৰ লগত তেওঁৰ মিল নাই।"

"মোৰ মৰমৰ এমা, কিন্তু আপুনি কি কৰিব? আপোনাৰ যেতিয়া বয়স বাঢ়ি গৈ থাকিব আপুনি নিজকে কেনেদৰে ব্যস্ত ৰাখিব?" হেৰিয়েটে সুধিলে।

"মই নিজকে জানো, হেৰিয়েট, মই নিজক আৰু নিজৰ মনটোক সক্ৰিয় কৰি ৰাখিব জানো। মই ছবি আঁকিম, কিতাপ পঢ়িম, গান শুনিম, চিলাই কাম কৰিম। ইয়াৰে এটা কমকৈ কৰিলে আনটো কৰিম। তাত বাহিৰেও মোৰ বাইদেউৰ ল'ৰাছোৱালীহঁত আছে, সিহঁতক মোৰ লগত ৰাখিম," এমাই ক'লে।



এমাই জোতাৰ ফিতা মৰাৰ অজুহাত উলিয়াই পিছ পৰি হেৰিয়েট আৰু এল্টনক কথা পাতিবৰ বাবে সুযোগ দিলে।

"মিছ বেট্‌ছৰ ভাগিনীয়েকক আপুনি জানেনে?"

"অঁ, জানো। সেই ভাগিনীয়েকজনী যেতিয়াই হাইবেৰিলৈ আহে মিছ বেট্‌ছে জোৰ কৰি মোৰ লগত লগ লগাই দিবলৈ যত্ন কৰে। কথা প্ৰসংগত কওঁ, ভাগিনীয়েকক লৈ তেওঁ বৰ গৰ্ব কৰে। ঈশ্বৰে মোক ক্ষমা কৰক। তাইৰপৰা অহা একো একোখন চিঠি যে কমেও দুকুৰিবাৰ পঢ়ি শুনায়। তাইৰ কথা কৈ অন্ত নাপায়। মই কামনা কৰোঁ জেন ফেয়াৰফেক্সৰ ভাল হওক, কিন্তু তাইৰ কথাই মোক অতিষ্ঠ কৰে," এমাই ক'লে।

সিহঁত ৰুগীয়া মানুহঘৰৰ পদূলিমূৰত উপস্থিত হোৱাত সিহঁতৰ কথা বন্ধ হ'ল। এমা দুখীয়া আৰু ৰুগীয়াসকলৰ বিপদৰ বন্ধুৰ দৰে আছিল। ধনেৰে তাই যিদৰে তেওঁলোকক সহায় কৰিছিল, তেনেদৰে মৰমেৰেও ওপচাই দিছিল। তাই তেওঁলোকৰ সুখ-দুখৰ কথা ভালদৰে বুজি পাইছিল আৰু তেওঁলোকৰ অজ্ঞতা তথা ধনৰ প্ৰতি লোভৰ কথাও উপলব্ধি কৰিব পাৰিছিল।

উভতি আহোঁতে সিহঁতে মিঃ এল্টনক লগ পালে। কথা পাতি পাতি সিহঁত পুৰোহিত-গৃহ ভিকাৰেজৰ ওচৰ পালেহি। হঠাতে এটা সিদ্ধান্ত লোৱা হ'ল যে হেৰিয়েটে ঘৰটো চাব খোজে। এমাই জোতাৰ ফিতা মৰাৰ অজুহাত উলিয়াই পিছ পৰি হেৰিয়েট আৰু এল্টনক কথা পাতিবৰ বাবে সুযোগ দিলে যাতে এল্টনে ক'ব খোজা কথাটো ক'ব পাৰে। মিঃ এল্টনৰ ঘৰৰখীয়াজনৰ লগত কথা পাতিও তাই প্ৰায় দহ মিনিট সময় পাৰ কৰিলে।

প্ৰেমিক-প্ৰেমিকাযুগলক একেলগে খিৰিকিমুখত থিয় হৈ থকা এমাই দেখিবলৈ পালে। কেইমুহূৰ্তমানৰ বাবে এমাই তাইৰ আঁচনি সম্পূৰ্ণৰূপে সফল হোৱাত বিজয় অনুভৱ কৰিলে। কিন্তু তাই ধৰিব পাৰিলে যে তেওঁ এতিয়াও তাইক কোনো প্ৰস্তাৱ আগ বঢ়োৱা নাই।

তথাপিও তাই নিজকে প্ৰশংসা নকৰি নোৱাৰিলে যে এই উপলক্ষ্যটো এল্টন আৰু হেৰিয়েটৰ বাবে যথেষ্ট উপভোগ্য হৈছে। এই ডাঙৰ ঘটনাটোৱে দুয়োকে নিশ্চয় বিয়াৰ বাবে আগ বাঢ়ি যোৱাত সহায় কৰিব।

# অধ্যায় ১১

ইজাবেলাৰ পৰিয়াল অহাৰ দিন ওচৰ চাপি অহাৰ লগে লগে এমা ব্যস্ত হৈ পৰিল। তেওঁলোক হাৰ্টফিল্ডত থকা দহ দিনত প্ৰেমিক-প্ৰেমিকাযুগললৈ সহায় আগ বঢ়োৱাৰ সময় এমাৰ নাথাকিব। এনে পৰিস্থিতিত তেওঁলোকে নিজে আগ বাঢ়ি যাব লাগিব। এনেকুৱা বহুত মানুহ আছে যিবিলাকক আনেহে সহায় কৰি দিব লাগে, কিন্তু তেওঁলোকে নিজে এখোজো আগ নাবাঢ়ে।

ইজাবেলা লণ্ডনৰপৰা যোল্ল মাইল দূৰত্বৰ হাৰ্টফিল্ডলৈ অহা কথাটো লৈ মিঃ উদহাউছ চিন্তিত হৈ আছিল। কিন্তু তেওঁৰ সেই চিন্তা অপ্ৰয়োজনীয় প্ৰমাণ কৰি মিঃ আৰু মিছেছ নাইট্‌লে ল'ৰাছোৱালী পাঁচোটা আৰু লিগিৰা-লিগিৰী লৈ নিৰাপদে হাৰ্টফিল্ড পালেহি। তেওঁলোক আহি পোৱাৰ লগে লগে ঘৰখনত এক আনন্দময় পৰিৱেশৰ সৃষ্টি হ'ল।

মিছেছ জন নাইট্‌লে নিজৰ পৰিয়ালৰদ্বাৰা পৰিবেষ্টিত, স্বামীৰ প্ৰতি অনুৰক্তা এগৰাকী সুন্দৰ আৰু সু-আচৰণৰ ভদ্ৰমহিলা। মৰমিয়াল মাতৃ আৰু একেই ধৰণে নিজৰ পিতৃ আৰু ভনীয়েকৰ প্ৰতিও অনুৰক্তা। তেওঁ দেউতাকৰ নিচিনা দয়ালু প্ৰকৃতিৰ আছিল। কেতিয়াও কাৰো বেয়া নেদেখিছিল। দুৰ্বল স্বাস্থ্য, ল'ৰাছোৱালীৰ প্ৰতি অধিক যত্নৱতী, সকলো কথাতে ভয় আদি তেওঁ উত্তৰাধিকাৰী সূত্ৰে দেউতাকৰপৰাই পাইছিল। দেউতাকে মিঃ পেৰিৰ ওপৰত সকলো সময়তে নিৰ্ভৰ কৰাৰ নিচিনাকৈ ইজাবেলাই মিঃ উইংফিল্ডৰ সকলো পৰামৰ্শ মানি চলিছিল।

মিঃ জন নাইট্‌লে ওখ-পাখ, পুৰুষ সুলভ আৰু বুধিয়ক মানুহ। নিজৰ পেছা ওকালতিত উন্নতি কৰাৰ নিচিনাকৈ ব্যক্তিগত গাৰ্হস্থ্য জীৱনতো সম্মানিত হিচাবে পৰিগণিত। শহুৰেকক তেওঁ যথেষ্ট শ্ৰদ্ধা কৰে যদিও কেতিয়াবা কেতিয়াবা কোনো কথাত তেওঁ শহুৰেক মিঃ উদহাউছৰ জোৱায়েক হিচাবে দিবলগীয়া সন্মান নিদিয়ে।

তেওঁলোকৰ কথা-বতৰাত ঠাই পোৱা প্ৰথম বিষয়টো আছিল মিছ টেইলৰৰ বিয়া। ঘৰখনত এই বিয়াই সৃষ্টি কৰা দুখদায়ক পৰিবৰ্তন সম্পৰ্কে ইজাবেলা আৰু মিঃ উদহাউছ একমত। আনহাতে এমা আৰু জন নাইট্‌লেই কথাটো আন ধৰণে ভাবে। তেওঁলোকে মিছ টেইলৰ বিয়া হৈ যথেষ্ট সুখী বুলি ভাবে। তেওঁলোকে যে মিঃ আৰু মিছেছ ৱেষ্টনক প্ৰায়েই লগ পাই থাকে সেই কথা এমাই দেউতাকক সোঁৱৰাই দিছিল।

ৱেষ্টন পৰিয়ালৰপৰা বিষয়টো স্বাভাৱিকতে মিঃ ৱেষ্টনৰ পুতেক ফ্ৰেংক চাৰ্চিলৰ ফালে ঢাল খালে।

"তেওঁ বাৰু এতিয়া ক'ত আছে? বিয়াৰ সময়ত ইয়ালৈ আহিছিল নে অহা নাছিল?" মিঃ জন নাইট্‌লেই সুধিলে।

"তেওঁ এতিয়ালৈ ইয়ালৈ অহা নাই। বিয়াৰ পাছত তেওঁ আহিব বুলি আশা কৰা হৈছিল যদিও এতিয়ালৈ অহা নাই," এমাই ক'লে।

"আইজনী, তুমি চিঠিখনৰ বিষয়ে কোৱা উচিত। তেওঁ বেচেৰী মিছেছ ৱেষ্টনলৈ অভিনন্দন জনাই ধুনীয়া চিঠি এখন লিখিছে। মিছেছ ৱেষ্টনে মোক দেখুৱাইছে। তেওঁ এজন সৰু ল'ৰা, সেয়া তেওঁ নিজে লিখা নে তেওঁৰ মোমায়েকে...," এমাৰ দেউতাকে ক'লে।

"মোৰ মৰমৰ দেউতা, তেওঁ এজন তেইছ বছৰীয়া ডেকা—সেই কথা আপুনি পাহৰি গৈছে।"

"তেইছ বছৰীয়া! মই ভাবিবই নোৱাৰোঁ—মাক ঢুকোৱাৰ সময়ত সি দুবছৰীয়া আছিল। সঁচাকৈয়ে সময় উৰি উৰিহে গৈছে যেন! মোৰ স্মৃতিশক্তিও বৰ বেয়া হৈছে। তেওঁ বৰ ধুনীয়াকৈ চিঠিখন লিখিছে দেই। মোৰ স্পষ্ট মনত আছে, শেষত তেওঁ 'এফ ছি ৱেষ্টন চাৰ্চিল' বুলি চহী কৰিছে।"

দেউতাকৰ কথা শুনি থকা ইজাবেলাই মাত লগালে, "কোনো সন্দেহ নাই, তেওঁ নিশ্চয় এজন ভাল ল'ৰা হ'ব। কিন্তু কি যে দুখৰ কথা তেওঁ দেউতাকৰ সৈতে ঘৰত নাথাকে! মিঃ ৱেষ্টন কেনেকৈ তেওঁৰপৰা আঁতৰত আছে বুজি নাপাওঁ। নিজৰ সন্তানক বাৰু কোনোবাই আনক কেনেকৈ দি দিব পাৰে! এনেকুৱা প্ৰস্তাব এটা দিয়া মানুহক কেতিয়াও ভাল বুলি ভাবিবই নোৱাৰি।"

"মই ভাবোঁ চাৰ্চিলসকলক কোনোৱে ভাল বুলি নাভাবে।" ইজাবেলাক লক্ষ্য কৰি থকা মিঃ জন নাইট্‌লেই শান্ত স্বৰেৰে ক'লে, "আৰু মিঃ ৱেষ্টনে মনত কেনে অনুভৱ কৰে, হেনৰি বা জনক আঁতৰাই তুমি যেনে অনুভৱ কৰিবা, মিঃ ৱেষ্টনেও তেনে অনুভৱ কৰিব বুলি কল্পনা কৰাৰ তোমাৰ কোনো প্ৰয়োজন নাই। মিঃ ৱেষ্টন সহজ-সৰল, স্ফূৰ্তিবাজ মানুহ। তেওঁৰ তেনে কোনো গভীৰ অনুভূতি নাই। পৰিয়ালৰ মৰম-চেনেহ বা ঘৰুৱা বান্ধোনতকৈ তেওঁ তথাকথিত সমাজত, ওচৰ-চুবুৰীয়াৰ লগত সপ্তাহত পাঁচদিন ভোজ-ভাত খাই আনন্দ কৰি থাকিব বিচৰা মানুহ।"

মিঃ ৱেষ্টন সম্পৰ্কে দিয়া জনৰ মন্তব্য এমাৰ ভাল নালাগিল। কিন্তু তথাপিও তাই মনে মনে ৰ'ল। সম্ভৱপৰ ক্ষেত্ৰত তাই ঘৰৰ শান্তি ৰক্ষা হোৱাটোৱে বিচাৰে।

# অধ্যায় ১২

মিঃ নাইট্‌লেই সিদিনা তেওঁলোকৰ লগত নিশাৰ আহাৰ কৰিলে। ইজাবেলা অহাৰ প্ৰথম দিনাখনেই ৰাতিৰ আহাৰৰ সময়ত আন মানুহৰ উপস্থিতি মিঃ উদহাউছে বিচৰা নাছিল যদিও এমাই মিঃ নাইট্‌লেকো নিমন্ত্ৰণ জনালে। মিঃ নাইট্‌লেৰ সৈতে থকা তাইৰ মত-পাৰ্থক্য আঁতৰাই তাই তেওঁৰ লগত আকৌ বন্ধু হ'বলৈ বিচাৰিছিল। আৰু তাৰ বাবে এই সময়খিনিয়েই উপযুক্ত বুলি তাই বিবেচনা কৰিলে। তেওঁ কোঠালৈ সোমাই অহাৰ সময়ত এমাই ইজাবেলাৰ আঠমহীয়া মৰম লগা ছোৱালীজনী কোলাত লৈ নচুৱাই আছিল। মিঃ নাইট্‌লেই এমাৰ কোলাৰপৰা ছোৱালীজনী ল'লে। গহীন আৰু চুটি প্ৰশ্নেৰে এমাৰ লগত কথা কৈ থকা মিঃ নাইট্‌লেই ছোৱালীজনীক কোলাত লোৱাৰ পাছত ল'ৰাছোৱালীকেইটা সম্পৰ্কে সহজভাৱে আকৌ আগৰ নিচিনাকৈ কথা পাতিবলৈ ধৰিলে।

এমাই অনুভৱ কৰিলে সিহঁতৰ সম্পৰ্ক আকৌ বন্ধুত্বপূৰ্ণ হৈ পৰিছে। এমাই নোকোৱাকৈ থাকিব নোৱাৰিলে, "কি যে ভাল কথা নহয়নে বাৰু আমাৰ ভাগিন-ভাগিনীকেইটা সম্পৰ্কে আমাৰ চিন্তাধাৰা একেই। পুৰুষ আৰু নাৰীৰ ক্ষেত্ৰত আমাৰ মতামত কেতিয়াবা বেলেগ হ'লেও এই ল'ৰাছোৱালীকেইটাৰ ক্ষেত্ৰত আমি কেতিয়াও দ্বিমত নহয়।"

"তুমি যদি পুৰুষ আৰু নাৰী সম্বন্ধে তোমাৰ কল্পনাৰে বিবেচনা কৰাতকৈ তোমাৰ নিজৰ প্ৰকৃতিৰদ্বাৰা পৰিচালিত হ'লাহেঁতেন তেতিয়াও আমাৰ কোনো মত-বিৰোধ নাথাকিলহেঁতেন। আমি একেদৰেই ভাবিলোঁহেঁতেন।"

"তেনেহ'লে আমাৰ মতবিভেদৰ নিশ্চয় সদায় মই কৰা ভুলৰ বাবেই সৃষ্টি হয়।" এমাই ক'লে।

"হয়তো," হাঁহি মাৰি মিঃ নাইট্‌লেই উত্তৰ দিলে, "তোমাৰ যেতিয়া জন্ম হৈছিল, মই তেতিয়া ষোল্ল বছৰীয়া। আৰু এতিয়াও মই তোমাতকৈ ষোল্ল বছৰে আগ বাঢ়ি আছোঁ। মোৰ মৰমৰ এমা, আহা আমি দুয়ো আকৌ বন্ধু হওঁ; এই বিষয়ে আৰু কোনো কথা নাপাতোঁ দিয়া।"

কৰমৰ্দনৰ উদ্দেশ্যে এমাই হাত আগ বঢ়ালে, মিঃ নাইট্‌লেই আন্তৰিকতাৰে গ্ৰহণ কৰিলে।

সন্ধিয়াটো শান্ত আৰু কথা-বতৰাৰ বাবে উপযোগী আছিল। মিঃ উদাহাউছে তেওঁৰ মৰমৰ জীয়াৰী ইজাবেলাৰ সৈতে কথা পতাৰ বাবে খেলৰ আঁচনি পৰিত্যাগ

কৰিলে। সৰু দলটো দুটা স্বাভাৱিক গোটত বিভক্ত হ'ল। মিং উদহাউছ আৰু ইজাবেলা এটাত আৰু আনটোত জন আৰু জৰ্জ দুই ভায়েক। দুয়োটা গোটৰ কথা-বতৰা সম্পূৰ্ণ বেলেগ আছিল। এমাই মাথোন মাজত থাকি মাজে-সময়ে দুয়োটা গোটক লগ লগাই আছিল।

দুয়ো ভায়েকে নিজৰ নিজৰ পেছাৰ লগত জড়িত আইন আৰু খেতি-বাতি সম্পৰ্কে কথা পাতিছিল।

মৰমেৰে ইজাবেলাৰ হাত এখন হাতত লৈ সুদীৰ্ঘ দিন বিৰতিৰ পাছত লগ পোৱা দেউতাকে জানিব বিচাৰিলে শৰৎ কালৰ বন্ধটোত সাগৰৰ পাৰলৈ যোৱাতকৈ তেওঁলোক হাৰ্টফিল্ডলৈ কেলেই নাহিল। লগতে তেওঁ যে সাগৰৰ পাৰৰ জলবায়ু ভাল বুলি নাভাবে অথবা মিং পেৰিয়েও সাগৰৰ পাৰৰ জলবায়ুৰদ্বাৰা যে বিশেষ একো উপকাৰ নহয় বুলি ভাবে সেই কথা ক'লে।

বিষয়বস্তুটো নিৰাপদ নহয় দেখি এমাই চিঞৰি উঠিল, "আপোনালোকক মই অনুৰোধ জনাইছোঁ সাগৰৰ কথা নক'ব। মই যে সাগৰ দেখাই নাই! সেয়ে কোনোবাই ক'লে মই ঈৰ্ষান্বিত আৰু দুখী হওঁ। মৰমৰ ইজাবেলা, তুমি দেখোন মিং পেৰিৰ খবৰ লোৱাই নাই।"

"হয়তো, মিং পেৰি কেনে আছে, দেউতা?"

"ভালেই, কিন্তু সিমান ভাল নহয়। তেওঁৰ নিজৰ যত্ন ল'বলৈ যে সময়েই নাই, গোটেই গাঁওখনৰ মানুহে তেওঁকে বিচাৰি থাকে। ইমান ভাল ডাক্তৰ এজন, ইমান বুধিয়ক মানুহ এজন সকলোতে পোৱা নাযায়," দেউতাকে ক'লে।

"মিছেছ পেৰি আৰু ল'ৰাছোৱালীকেইটাৰ ভালনে? তেওঁৰ প্ৰতি সঁচাকৈয়ে মোৰ শ্ৰদ্ধা আছে। তেওঁ নিশ্চয় আহিব। আমাৰ অকণমানীজনীক দেখি চাগে তেওঁ বৰ আনন্দিত হ'ব।"

"বোধকৰোঁ কাইলৈ ইয়ালৈ আহিব। মোৰ তেওঁক কথা অলপ সুধিবলৈ আছে। আইজনী, তেওঁ যেতিয়াই আহে, অকণমানী বেলাক দেখুৱাবাচোন।"

"নাই নালাগে, দেউতা, তাই ঠিকেই আছে। যোৱাটো আগষ্টৰপৰা তাইক মিং উইংফিল্ডে বঢ়িয়া মালিছ এটা দিছে," ইজাবেলাই ক'লে।

"সেইটো ভাল কথা নহয়—"

"মই ভাবোঁ তুমি মিছেছ বেট্‌ছ আৰু মিছ বেট্‌ছৰ কথা পাহৰি গৈছা। তুমি তেওঁলোকৰ কথা সোধা মই শুনাই নাই," দেউতাকৰ কথা শুনি এমাই মাত লগালে।

"হয় পাই, মই লাজেই পাইছোঁ। ভালনে তেওঁলোকৰ? কালিলৈ

ল'ৰাছোৱালীকেইটা লৈ ময়ে যাম তেওঁলোকক দেখা কৰিবলৈ। তেওঁলোকে মোৰ ল'ৰাছোৱালীকেইটাক দেখা পালে ইমান যে ভাল পায়। আৰু মিছ বেট্‌ছ যে ইমান ভাল। তেওঁলোকৰ ভালনে, দেউতা?"

"ভাল ভাল, তেওঁলোকৰ ভালেই। বেচেৰী মিছেছ বেট্‌ছৰহে আজি এমাহমানৰ আগতে অসুখ হৈছিল।"

"জানি বৰ বেয়া লাগিল। কিন্তু মিঃ উইংফিল্ডে কোৱা মতে এইবেলি শৰৎকালততো তেনে ঠাণ্ডা নাছিল," ইজাবেলাই ক'লে।

ইজাবেলা আৰু দেউতাকৰ মাজত শৰৎকালৰ বতৰক লৈ মিঃ পেৰি আৰু মিঃ উইংফিল্ডৰ মতক লৈ মত পাৰ্থক্য হ'ল। আনহাতে লণ্ডনৰ বতৰ আৰু হাৰ্টফিল্ডৰ বতৰ সম্পৰ্কেও দুয়ো নিজা নিজা মন্তব্য দিলে। মিঃ উদহাউছে আটাইৰে স্বাস্থ্য-পাতি বেয়া দেখিলে যদিও, এসপ্তাহ হাৰ্টফিল্ডত কটোৱাৰ পাছত যে সকলোৰে চেহেৰাত পৰিৱৰ্তন আহিব সেই কথা ইজাবেলাক সোঁৱৰাই দিলে।

ইজাবেলাই অৱশ্যে দেউতাকৰ কথা মানি নল'লে, আটাইবোৰ ভাগৰি পৰাৰ বাবেহে দেউতাকে তেনে দেখিছে বুলি ক'লে আৰু জনৰ স্বাস্থ্য কেনে দেখিছে জানিব বিচাৰিলে।

"আইজনী, মই তোমাক মিছা প্ৰশংসা কৰিব নোৱাৰোঁ—মই ভাবোঁ মিঃ জন নাইট্‌লেৰ স্বাস্থ্যও বেয়া হৈছে।"

"কথাটো কি, মহাশয়? আপুনি মোক কিবা কৈছে নেকি?" নিজৰ নামটো শুনি মিঃ জন নাইট্‌লেই ক'লে।

"মোৰ ক'বলৈ বেয়াই লাগিছে, দেউতাই তোমাৰ স্বাস্থ্য বেয়া দেখিছে। কিন্তু মই ভাবিছোঁ ভাগৰি পৰাৰ বাবেহে তেনে দেখাইছে।"

"মোৰ মৰমৰ ইজাবেলা, মোক লৈ চিন্তা কৰিব নালাগে। নিজৰ আৰু ল'ৰাছোৱালীহঁতৰ কথা চিন্তা কৰা। মোক মই বিচৰা ধৰণে থাকিবলৈ দিয়া।"

"আপোনাৰ বন্ধু মিঃ গ্ৰাহামৰ বিষয়ে আপুনি ককায়েকক কি কৈছিল মই ভালদৰে বুজিয়ে নাপালোঁ," এমাই তেওঁলোকক আকৌ আগৰ প্ৰসংগলৈ ঘূৰাই আনিলে। তেওঁলোক দুয়ো কথাত ব্যস্ত হোৱা দেখি এমাই দেউতাক আৰু ইজাবেলালৈ মন কৰিলে।

"জেন ফেয়াৰফেক্সজনী বৰ অমায়িক আৰু মৰম লগা। মই বহুদিন তাইক দেখা নাই। মাজে-সময়ে মাথোন দুই-এক মুহূৰ্তৰ বাবে চহৰত দেখা পাওঁ। তাই ইয়ালৈ

আহিলে চাগে আইতাক আৰু মাহীয়েকে অতি আনন্দ পায়! তাই হাইবেৰিত থকা হ'লে এমাৰ ভাল সংগী হ'ব পাৰিলেহেঁতেন," ইজাবেলাই ক'লে।

মিঃ উদহাউছ ইজাবেলাৰ কথাত একমত হ'ল। হেৰিয়েটো যে তেনে এজনী মৰম লগা ছোৱালী আৰু ইজাবেলাই তাইক লগ পালে ভাল পাব সেই কথা কৈ তেওঁ ক'লে যে হেৰিয়েটতকৈ আন কোনোবা ছোৱালী এমাৰ ভাল সংগী হ'ব নোৱাৰে।

"জানিব পাৰি ভাল পাইছোঁ, দেউতা, কিন্তু জেন ফেয়াৰফেক্স এমাৰ সমপৰ্য্যায়ৰ আৰু একে বয়সৰ বাবে ভাল হ'লহেঁতেন," ইজাবেলাই ক'লে।

এই বিষয়টোৰ ভালদৰে বহুত আলোচনা হোৱাৰ পাছত অন্য বিষয়বো একেদৰেই কথা-বতৰা চলিল যদিও সন্ধিয়াটো অলপ উদ্বেগৰ মাজেৰে শেষ হ'ল। মিঃ উদহাউছ আৰু মিঃ জন নাইট্‌লেৰ মাজত দুয়োজন ডাক্তৰ মিঃ পেৰি আৰু মিঃ উইংফিল্ডৰ কথাক লৈ আৰু ছাউথ এ'শুৰ স্বাস্থ্যনিবাস আৰু ক্ৰ'মাৰৰ স্বাস্থ্যনিবাস সম্পৰ্কত কথা কটাকটি হ'ল। জন নাইটলেই মিঃ পেৰি সম্পৰ্কে মিঃ উদহাউছক অলপ ৰূঢ়ভাৱে কিছু কথা ক'লে।

মিঃ জৰ্জ নাইট্‌লেই কৌশলেৰে যেনিবা ভায়েকক তেওঁলোকৰ আলোচনাৰ প্ৰসংগলৈ ওভতাই নিলে।

জোৱায়েকৰ মুখত তেওঁৰ বন্ধু মিঃ পেৰি সম্পৰ্কে এনে ৰূঢ় মন্তব্য শুনি মিঃ উদহাউছ কিছু উদ্বিগ্ন হ'ল। এমা আৰু মিঃ নাইট্‌লেৰ সজাগতাৰ বাবে পৰিস্থিতি বেয়ালৈ যোৱাৰপৰা যেনিবা সিমানতে বাচিল।

## অধ্যায় ১৩

**মিছেছ জন নাইট্‌লেতকৈ সুখী আন কোনোবা এই পৃথিৱীত আছে বুলি মনে নধৰে। হাৰ্টফিল্ডত কটোৱা এই দিনকেইটাত তেওঁ নিতৌ বাতিপুৱা ল'ৰাছোৱালী পাঁচোটা লৈ পৰিচিত মানুহবোৰৰ ঘৰলৈ গ'ল আৰু প্ৰতিটো সন্ধিয়া দেউতাক আৰু ভনীয়েকৰ**

সৈতে দিনটো কেনেদৰে গ'ল সেই বিষয়ে কথা-বতৰা পাতিলে। অতিকে কম দিনৰ বাবে হোৱা সত্ত্বেও ইজাবেলাৰ বাবে এয়া অতি আনন্দদায়ক ভ্ৰমণ আছিল।

সাধাৰণতে সন্ধিয়াবোৰ তেওঁলোকে নিজৰ পৰিয়ালৰ মাজতে সীমাবদ্ধ ৰখিছিল যদিও এদিনাখন গোটেই পৰিয়ালটো নিশাৰ আহাৰৰ বাবে মিং ৱেষ্টনৰ ঘৰ ৰেণ্ডেল্‌ছলৈ যাবলগীয়া হ'ল। মিং ৱেষ্টনে ইমান জোৰ কৰিলে যে মিং উদহাউছে সেই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিব নোৱাৰিলে।

মিং উদহাউছৰ পৰিয়ালৰ বাহিৰে হেৰিয়েট, মিং এল্টন আৰু মিং নাইট্‌লেও ৰেণ্ডেল্‌ছলৈ নিমন্ত্ৰিত হ'ল।

এই বিশেষ ঘটনাটোৰ আগদিনা সন্ধিয়া (বিশেষ ঘটনা বুলি এই কাৰণেই কোৱা হৈছে যে মিং উদহাউছে ডিছেম্বৰৰ ২৪ তাৰিখে ঘৰৰ বাহিৰত নিমন্ত্ৰণ খাবলৈ যাব) হেৰিয়েটে হাৰ্টফিল্ডতে কটালে, কিন্তু তাইৰ গা বেয়া লগাত এমাই তাইক মিছেছ গডাৰ্ডৰ তালৈ যাবলৈ দিলে। এমাই পাছদিনা তাইক মাতি পঠোৱাত জানিব পাৰিলে যে তাইৰ অসুখ ভাল পোৱা নাই আৰু তাই ৰেণ্ডেল্‌ছলৈ যাব নোৱাৰিব। তাই এই লোকচানৰ কথা কৈ চকুপানী টুকিলে।

এমা হেৰিয়েটৰ ওচৰলৈ গৈ ভালেমানপৰ বহিল। তাই ভাবিলে মিং এল্টনে যেতিয়া এই কথা জানিব পাৰিব তেওঁ চাগে অতিশয় হতাশ হ'ব। মিছেছ গডাৰ্ডৰ ঘৰৰপৰা ওলাই দুখোজমান আহোঁতেই তাই সেইফালে আহি থকা মিং এল্টনক লগ পালে। হেৰিয়েটৰ কথা পাতি দুয়ো আগ বাঢ়িল। তেনেকুৱাতে ডনৱেলৰপৰা ডাঙৰ ল'ৰা দুটাৰ সৈতে অহা মিং জন নাইট্‌লেই সিহঁতক লগ পোৱাত আটাইবোৰ একেলগে আগ বাঢ়িল।

এমাই হেৰিয়েটৰ অসুখৰ কথা কোৱাত মিং এল্টনে চিন্তিত হৈ চিঞৰি উঠিল, "চৰ্দি-কাঁহ! আশা কৰোঁ সেয়া সংক্ৰামক ৰোগ নহয়। পেৰিয়ে চাইছেনে নাই তেওঁক? আপুনি আপোনাৰ বন্ধুৰ যত্ন লোৱাৰ লগতে নিজৰো যত্ন লোৱা উচিত। মই আপোনাক কাকুতি কৰিছোঁ—আপুনি যাতে কোনো ধৰণৰ বিপদ চপাই নলয়। পেৰিয়ে বাৰু কিয় চোৱা নাই!"

এমাই আচলতে একো ভয় খোৱা নাছিল, কিন্তু মিং এল্টনৰ কথা শুনি অলপ অপ্ৰস্তুত হ'ল। লগে লগে তাই অন্য বিষয়ে কথা পাতিবলৈ ধৰিলে।

"বৰ ঠাণ্ডা পৰিছে দেই—বৰ বেছি ঠাণ্ডা—আন কাৰোবাৰ পাৰ্টি হোৱা হ'লে মই আজি নগ'লোহেঁতেন আৰু দেউতাৰো মন ঘূৰাবলৈ যত্ন কৰিলোহেঁতেন। কিন্তু তেওঁ যিহেতু মন স্থিৰ কৰিছেই, সেয়ে মই হস্তক্ষেপ কৰিবলৈ বেয়া পাইছোঁ। তেওঁ

নগ'লে মিঃ আৰু মিছেছ ৱেষ্টন বৰ হতাশ হ'ব। কিন্তু মিঃ এল্টন, মই ভাবোঁ আপুনি আজি ৰাতি ঘৰত থাকি নিজৰ যত্ন লোৱাই ভাল হ'ব। আমি আপোনাৰ অনুপস্থিতিৰ বাবে মিঃ আৰু মিছেছ ৱেষ্টনৰ ওচৰত ক্ষমা বিচাৰিম বাৰু।"

তাইৰ কথা শেষ হৈছেহে মাথোন, তেনেতে মিঃ জন নাইট্‌লেই ভদ্রতাৰ খাতিৰত মিঃ এল্টনক তেওঁৰ সৈতে বাগীত যাব পাৰিব বুলি ক'লে। মিঃ এল্টনৰ ধুনীয়া মুখখন আনন্দত উজলি উঠিল। এমালৈ চাওঁতে তেওঁৰ চকু-মুখত যি আনন্দৰ প্ৰকাশ হ'ল সেয়া আগতে কেতিয়াও দেখা যোৱা নাছিল।

"কি আচৰিত! অসুখীয়া হেৰিয়েটক এৰি তেওঁ যাবলৈ ওলাল। আচৰিত।" এমাই নিজকে নিজে ক'লে, "বহুত মানুহে, বিশেষকৈ অকলশৰীয়া মানুহবোৰে, বাহিৰত নিশাৰ আহাৰ কৰা কথাটোত ইমান আনন্দিত হয় যে নিজৰ মৰ্য্যাদা, নিজৰ কৰ্তব্য সকলো বাদ দিব পাৰে। মিঃ এল্টনৰ ক্ষেত্ৰতো সেইটোৱে হৈছে, ইমান ভাল মানুহজন, হেৰিয়েটক তেওঁ ইমান ভাল পায়, কিন্তু তথাপি নিমন্ত্ৰণটো অগ্ৰাহ্য কৰিব নোৱাৰিলে। কেনেকুৱা আচৰিত প্ৰেম!"

মিঃ এল্টনে তেওঁলোকক এৰি যোৱাৰ পাছত কেইমিনিটমান নিৰবে থকা জন নাইট্‌লেই মাত লগালে, "মই মোৰ জীৱনত মিঃ এল্টনৰ নিচিনা মিঠা কথাৰে সকলোকে মোহিত কৰিব পৰা মানুহ দ্বিতীয়জন দেখা নাই। পুৰুষৰ লগত সম্বন্ধবোৰ তেওঁ বহুত ভাবি-চিন্তি চলায়, কিন্তু মহিলাসকলক সন্তুষ্ট কৰাৰ ক্ষেত্ৰত তেওঁ আবেগক প্ৰাধান্য দিয়ে। তোমাৰ প্ৰতি তেওঁৰ কিছু দুৰ্বলতা আছে যেন লাগিছে।"

"মোৰ প্ৰতি! আপুনি মোক কি মিঃ এল্টনৰ প্ৰেমৰ পাত্ৰী বুলি কল্পনা কৰিছে নেকি?" এমাই ক'লে।

"মোৰ চকুত ধৰা পৰা তেনে এটি কথাই মোক চিন্তিত কৰিছে, মোৰ মৰমৰ এমা। যদি তোমাৰ চকুত ধৰা পৰাও নাই, কথাটো তুমি বিবেচনা কৰি চাবাচোন। তেওঁৰ প্ৰতি তোমাৰ ব্যৱহাৰ যথেষ্ট উৎসাহজনক। বন্ধু হিচাবে মই তোমাক কৈছোঁ, এমা, কথাটো হয়নে নহয় তুমি নিজে ভাবি চাবা।"

"ধন্যবাদ,... কিন্তু মই সঁচাকৈয়ে কৈছোঁ আপুনি ভুল কৰিছে। মিঃ এল্টন আৰু মই ভাল বন্ধু, তাৰ বাহিৰে একো নহয়।" কৈয়ে এমা আঁতৰি গ'ল। ভিনিহিয়েকে যে এনে ভুল কৰিব পাৰে তাকে ভাবি এমাই আমোদ পালে।

যথেষ্ট ঠাণ্ডা পৰা সত্ত্বেও যাবলৈ বুলি মন স্থিৰ কৰা মিঃ উদহাউছ সাজু হ'ল আৰু ডাঙৰ জীয়েকৰ লগত নিজৰ বাগীত উঠিল। ঠাণ্ডাৰ প্ৰকোপ ক্ৰমান্বয়ে বাঢ়িছিল আৰু দ্বিতীয়খন বাগী ওলাই যোৱাৰ পৰলৈ বাটত পাতল বৰফৰ স্তৰ জমা হ'ল।

সোনকালেই এমাই বুজিলে—এনেকুৱা বতৰত ঘৰৰপৰা ওলাই আহিবলগীয়া হোৱাত তাইৰ সংগী মি৹ জন নাইট্‌লে সুখী হোৱা নাই। ভিকাৰেজ নোপোৱালৈকে গোটেই বাটছোৱা এমাই তেওঁৰ অসন্তুষ্টি ভৰা কথাকে শুনি আহিবলগীয়া হ'ল। তেওঁ যিমান কয় কওক বুলি ক'বলৈ দি তাই মুখ বন্ধ কৰি বহি থাকিল।

ভিকাৰেজ পোৱাত তেওঁলোকে বাগীখন ৰখালে, ছিৰিকেইটা নমাই দিয়া হ'ল। প্ৰসন্নচিত্তে মি৹ এল্টন উঠি আহিল। এমাই ভাবিলে অন্ততঃ এতিয়া বিষয়বস্তু সলনি হ'ব। মি৹ এল্টনক আনন্দিত দেখি এমাই ভাবিলে তেওঁ চাগে হেৰিয়েটৰ অসুখ ভাল হোৱা খবৰ পাইছে। তাই আহিবলৈ ওলাই খবৰ লৈছিল, কিন্তু তেতিয়াও তাইৰ অৱস্থা একেই আছিল। কথাটো তাই মি৹ এল্টনক জনালে।

লগে লগে তেওঁৰ মুখখন মোলান পৰি গ'ল। দুখবোধক কণ্ঠেৰে তেওঁ উত্তৰ দিলে, "কথাটো জানিব পাৰি বেয়া লাগিল। ৰাতিপুৱা আপুনি তাইক ইমান আন্তৰিকতাৰে সংগ দি অহাৰ পাছত নিশ্চয়কৈ তাই অসুখ ভাল পাইছে বুলি মই নিজকে সান্ত্বনা দিছিলোঁ।"

এমাই হাঁহি মাৰি উত্তৰ দিলে, "মোৰ সংগই তাইৰ মনটোক অলপ সকাহ দিব পাৰে, কিন্তু মইতো তাইৰ অসুখ ভাল কৰিব নোৱাৰোঁ। আপুনি শুনিছে চাগে, মি৹ পেৰি তাইৰ স'তে আছে।"

"হয়—মই ভাবিছোঁ—যে মই নাজানো—"

"তেওঁ তাইৰ অসুখৰ কথা জানে আৰু আশা কৰিছোঁ কাইলৈ ৰাতিপুৱা আমি ভাল খবৰ এটা পাম। কিন্তু সেই বুলিয়ে বেয়া নলগাকৈ থকাটো অসম্ভৱ। আজি নিশাৰ আমাৰ পাৰ্টিটোৰ এইটো এটা দুখজনক লোকচান।"

"বৰ দুখজনক! সঁচাকৈয়ে, তায়ো চাগে প্ৰতিটো মুহূৰ্ততে মনত পেলাই আছে।"

বেয়া লগাটো স্বাভাৱিক। কিন্তু সেই বেয়া লগা আছিল খন্তেকীয়া। এমা বৰং হতাশ হ'ল। কথাটো কোৱাৰ আধামিনিটৰ পাছতে তেওঁ আন বিষয়বস্তুলৈ গ'ল আৰু দুখভৰা কণ্ঠৰ ঠাইত তেওঁৰ আনন্দ-উৎসাহ দেখা গ'ল।

অতি সুন্দৰ বাগী, খ্ৰিষ্টমাছৰ বতৰ, মি৹ আৰু মিছেছ বেষ্টনৰ প্ৰশংসা আদি বিভিন্ন বিষয়ত মি৹ এল্টনে কথা কৈ গ'ল আৰু জন নাইট্‌লেয়ো তেওঁৰ কথাৰ ভাগ ল'লে।

অন্য সময়ত হোৱা হ'লে হয়তো এমাই মি৹ এল্টনৰ কথাত আমোদ পালেহেঁতেন, কিন্তু এই সময়ত অন্য কথাত তেওঁৰ ইমান উৎসাহ দেখি এমা আচৰিত

হ'ল। এই আনন্দদায়ক পাৰ্টিটোৰ বাবে মি০ এল্টনে হেৰিয়েটক একেবাৰেই পাহৰি যোৱা যেন দেখা গ'ল।

## অধ্যায় ১৪

মিছেছ ৱেষ্টনৰ বহা কোঠালৈ সোমাই যাওঁতে ভদ্ৰলোক দুজনৰ চেহেৰাত কিছু পৰিৱৰ্তন প্ৰয়োজনীয় হৈ পৰিছিল ঃ নিজকে সেই পৰিৱেশত খাপ খুৱাবলৈ মি০ এল্টনে অলপ কমকৈ আৰু মি০ জন নাইট্‌লেই অলপ বেছিকৈ হঁহাটো আৱশ্যকীয় হৈ পৰিছিল। একমাত্ৰ এমা স্বাভাৱিক হৈ থাকিল। তাইৰ বাবে মি০ আৰু মিছেছ ৱেষ্টনক লগ পোৱাটো সদায় হোৱাৰ দৰে আনন্দদায়ক আছিল।

এমাই মি০ এল্টনক আওকাণ কৰি থাকিবলৈ সিদ্ধান্ত কৰিলে। কিন্তু সিহঁত যেতিয়া বহিল মি০ এল্টন তাইৰ ওচৰতে বহিল। হেৰিয়েটৰ প্ৰতি তেওঁৰ আৱেগহীন আচৰণে তাইক আচৰিত কৰাৰ লগতে দুখো দিছিল। এতিয়া তেওঁ যে কেৱল তাইৰ ওচৰতে বহিছিল তেনে নহয়, এমাৰ ওচৰত বহি যে তেওঁ অতিশয় সুখী হৈছে সেইটো প্ৰতিটো ক্ষেত্ৰতে প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিলে। তেওঁক আওকাণ কৰা দূৰৈৰ কথা তেওঁৰ আচৰণ দেখি ভিনিহিয়েকে সন্ধিয়া কোৱা কথাটোহে বাৰে বাৰে মনলৈ আহিল। এয়া বাৰু সম্ভৱনে—হেৰিয়েটত আৰম্ভ হোৱা তেওঁৰ মৰম তাইলৈ আহিছে নেকি? হাস্যকৰ আৰু অসহ্য!

মি০ এল্টনে তাইৰ প্ৰতিটো কথাতে যথেষ্ট উৎসাহ দেখুৱাই গ'ল আৰু তাইৰ প্ৰশংসা কৰিলে—যেনিবা তেওঁ তাইৰ ভাবী প্ৰেমিকহে। তাই হেৰিয়েটৰ খাতিৰত অথবা নিজৰ ফালৰপৰাও তেওঁৰ প্ৰতি ৰূঢ় হ'ব নোৱাৰিলে, উপায়হীন হৈ ভদ্ৰভাৱে তেওঁৰ কথা শুনি থাকিল। তেনেকুৱাতে তাই মি০ উদহাউছে মি০ ৱেষ্টনৰ পুতেকৰ কথা কৈ থকা শুনিলে। মি০ ফ্ৰেংক চাৰ্চিল ৰেণ্ডেল্‌ছলৈ সোনকালেই আহিব বুলি শুনিলে যদিও মি০ এল্টনৰ সৈতে থকাত ইতিমধ্যে বিষয়টো সলনি হ'ল। পুনৰ সেই বিষয়ক কথা উত্থাপন কৰাটো তাইৰ বাবে অস্বস্তিকৰ আছিল।

এমাই কেতিয়াও বিয়া নকৰাওঁ বুলি সিদ্ধান্ত লৈছিল যদিও ফ্ৰেংক চাৰ্চিলৰ কথাই তাইৰ মনত কিছু পৰিমাণে হ'লেও আকৰ্ষণৰ সৃষ্টি কৰিছিল। তাই প্ৰায়ে ভাবিছিল—যিহেতু ফ্ৰেংকৰ দেউতাকৰ বিয়া মিছ টেইলৰৰ লগত হৈছে—তাই যদি কাৰোবাক বিয়া কৰায়, তেন্তে তেৱেঁই হ'ব তাইৰ সৈতে সকলো পিনৰপৰা উপযুক্ত মানুহজন।

আহাৰ খোৱাৰ পৰত তাই মি° ৱেষ্টনৰ ওচৰত বহিল। মি° ফ্ৰেংক চাৰ্চিল আৰু মিছ স্মিথ থকা হ'লে সিদিনাৰ পাৰ্টিটো সম্পূৰ্ণ হ'লহেঁতেন বুলি মি° ৱেষ্টনে কৰা মন্তব্যত এমাই সমৰ্থন জনালে।

মি° ৱেষ্টনে ক'লে, "যোৱা ছেপ্টেম্বৰ মাহৰপৰা প্ৰতিখন চিঠিতে তেওঁ অহাৰ কথা লিখিছে যদিও তেওঁ আহিব পৰা নাই। আজি ৰাতিপুৱা পোৱা চিঠিখনৰপৰা তেওঁ জানুৱাৰি মাহৰ দ্বিতীয় সপ্তাহত আহিবই বুলি নিশ্চিত হৈছোঁ।"

"এয়া আপোনাৰ বাবে নিশ্চয় অতি আনন্দৰ খবৰ। মিছেছ ৱেষ্টনো তেওঁক লগ পাবৰ বাবে উদ্‌গ্ৰীৱ হৈ আছে, তেৱোঁ আপোনাৰ নিচিনাই আনন্দিত চাগৈ।"

এমাই ফ্ৰেংক সম্পৰ্কে মি° ৱেষ্টনৰ লগত ভালেমান কথা পাতিলে।

আচলতে ফ্ৰেংকে ইমান দিনে আহোঁ আহোঁ কৰিও যে মামীয়েক মিছেছ চাৰ্চিলৰ বাবেহে আহিব পৰা নাই, মানুহগৰাকীয়ে ৱেষ্টনক একেবাৰেই ভাল নাপায় সেয়ে নানান অজুহাত দেখুৱাই তেওঁৰ অহাটো বন্ধ কৰে ইত্যাদি। তাই ফ্ৰেংকৰ বিষয়ে কথা পাতি ইমান ভাল পালে যে ড্ৰয়িংৰুমলৈ গৈ তাই মিছেছ ৱেষ্টনৰ লগতো একেটা বিষয়কে উলিয়াই ল'লে। ওচৰতে থকা ইজাবেলাইও তেওঁলোকৰ যোগ দিলে।

এমাই ভাবিলে মিছেছ ৱেষ্টনৰ লগত তাই অকলে থাকিব লাগিছিল—তেতিয়া তাই ফ্ৰেংক সম্পৰ্কে আৰু ভালেমান কথা শুনিব পাৰিলেহেঁতেন। মিছেছ ৱেষ্টনে তাইৰ লগত যিমান খোলাকৈ কথা পাতিব পাৰে, ইজাবেলাৰ লগত নোৱাৰে। আৰু এমাই বিশ্বাস কৰে চাৰ্চিলসকল জড়িত যিকোনো কথা তেওঁলোকে তাইৰপৰা নিশ্চয় নুলুকুৱায়। কিন্তু এতিয়াতো এই মুহূৰ্তত আৰু একো ক'বলগীয়া নাই। মি° উদহাউছ তেওঁলোকৰ পিছে পিছে বহা কোঠালৈ আহিল। ৰাতিৰ আহাৰ খোৱাৰ পাছত এনেদৰে আবদ্ধ হৈ থকাটো তেওঁৰ বাবে অসহ্য। সুৰা অথবা কথা-বতৰা একোৱে তেওঁৰ বাবে নাছিল আৰু সেয়ে যিসকলৰ লগত থাকি তেওঁৰ ভাল লাগে তেওঁলোকৰ ওচৰ পালেহি।

দেউতাকে ইজাবেলাৰ লগত কথা পাতিবলৈ লোৱা সুযোগতে এমাই মিছেছ ৱেষ্টনৰ লগত কথা পাতিবলৈ ধৰিলে।

"তুমি কি তেওঁ অহাটো নিশ্চিত বুলি নাভাবা নেকি? কথাটো জানিব পাৰি দুঃখিত হ'লোঁ। প্ৰথম সাক্ষাতটো নিশ্চয় অপ্ৰীতিকৰ হ'ব। যিমান সোনকালে সেয়া হৈ যায় সিমানেই মংগল।"

"ঠিকেই; মই ভয় কৰিছোঁ এইবাৰো চাগে কিবা অজুহাত দেখুৱাই তেওঁ আমাক হতাশ কৰিব। তেওঁ অহাত পলম কৰিছে বুলি ভাবিবলৈ নোৱাৰোঁ, কিন্তু মই জানো ফ্ৰেংকক তেওঁলোকৰ লগত ৰাখিব খোজে। এয়া ঈৰ্ষা। তেওঁলোকে ফ্ৰেংকৰ দেউতাককো ঈৰ্ষা কৰে। মুঠতে তেওঁ অহা-নহা লৈ মই একো নাভাবোঁ। মিঃ বেষ্টনো বেছি আশাবাদী নোহোৱাই ভাল," মিছেছ বেষ্টনে ক'লে।

"তেওঁ অহা উচিত। মহিলা এগৰাকীক হয়তো তেওঁ লগ পাবলৈ বিচৰা কোনোবা এজনৰপৰা আঁতৰাই ৰাখিব পাৰে, কিন্তু ডেকা ল'ৰা এজনক বাৰু কোনোবাই এনেদৰে বান্ধোনত ৰাখিব লাগেনে যে তেওঁ ইচ্ছা কৰিলেও তেওঁৰ দেউতাকৰ লগতো এসপ্তাহ কটাই যাব নোৱাৰে।"

"তেওঁ কি কৰিব পাৰে বা নোৱাৰে, তুমি এন্সকম্বত থাকি, পৰিয়ালটো দেখাৰ পাছতহে ক'ব পাৰিবা। মই ভাবোঁ তাৰ নীতি-নিয়মবোৰ সাধাৰণতে চলাৰ দৰে নচলে। মানুহগৰাকী সঁচাকৈয়ে বিবেচনাহীন আৰু ঘৰখন তেওঁৰ মতেহে চলে।... বাৰু, যি হয় হ'বলৈ দিয়া।"

সকলো শুনাৰ পাছত এমাই শান্ত স্বৰেৰে ক'লে, "মুঠতে তেওঁ নহালৈকে মই আশ্বস্ত নহওঁ।"

## অধ্যায় ১৪

চাহ পৰিবেশনৰ পাছত মিঃ উদহাউছ ঘৰলৈ যাবলৈ সাজু হ'ল। তেনেতে ভদ্ৰলোকসকলো তাত উপস্থিত হ'ল। সকলোৱে আগত আছিল—অতি উৎসাহী মিঃ এল্টন। মিছেছ বেষ্টন আৰু এমা ছোফা এখনত বহি আছিল। এল্টন তেওঁলোকৰ ওচৰলৈ আহি দুয়োৰে মাজতে ছোফাত বহিল।

মিঃ ফ্রেংক চার্চিলৰ আগমনক আশা কৰি এমাৰ মনটোও আনন্দিত হৈ আছিল। সেয়ে তাই মিঃ এল্টনৰ আগৰ অশিষ্টতাবোৰ পাহৰি গৈছিল। তাই আকৌ আগৰ নিচিনাকৈ বন্ধুত্বসুলভ হাঁহি মাৰি কথা পাতিলে।

সিহঁতৰ মাজত হেৰিয়েটৰ কথা ওলাল। সেই কথাৰপৰা কথাটো আন ফালে ঢাল খালে। অসুখটো হেৰিয়টৰপৰা এমালৈ যাতে আহিব নোৱাৰে তাৰ বাবে এমাক তালৈ যাবলৈ মিঃ এল্টনে মানা কৰিলে। আৰু মিঃ পেৰিৰ মতামত লোৱাৰ পাছত যাব বুলি কথা দিবলৈ জোৰ কৰিলে। প্ৰথম অৱস্থাত কথাটো শুনি এমাই হাঁহি উৰুৱাই দিলে। কিন্তু তাঁইৰ বাবে মিঃ এল্টনৰ উদ্বিগ্নতাৰ যেন শেষেই নহ'ব। এমা বিৰক্ত হ'ল। এইটো স্পষ্ট হৈ পৰিল যে হেৰিয়েটৰ পৰিৱৰ্তে এল্টন যেন তাইৰহে প্ৰেমত পৰিছে! কি অস্থিৰতা! প্ৰকৃততে অতি ঘৃণনীয় আৰু জঘন্য! খং কৰিবলৈও তাইৰ উপায় নাইকিয়া হ'ল। এইবাৰ এল্টনে মিছেছ ৱেষ্টনৰ সহায় বিচাৰিলে। মিছেছ গডাৰ্ডৰপৰা হেৰিয়েটৰ অসুখটো সংক্ৰামক নহয় বুলি গম নোপোৱা পৰ্য্যন্ত এমা তালৈ নাযায় বুলি এল্টনক কথা দিবলৈ যাতে তেওঁ এমাক জোৰ কৰে তাৰ বাবে মিছেছ ৱেষ্টনক তেওঁ অনুৰোধ কৰিলে।

তেওঁ ক'বলৈ ধৰিলে, "চাওকচোন, তেওঁ বাৰু নিজৰ যত্ন ল'ব নালাগেনে? মোৰ কাৰণে তেওঁ চিন্তা কৰে, ঠাণ্ডা লাগিব বুলি মোক ঘৰত থাকিবলৈ কয়, আৰু নিজে সেই বেমাৰত পৰা বিপদক এৰাই চলিবলৈ মোক কথা নিদিয়ে। আপুনি বিচাৰ কৰকচোন। মোৰো জানো আপত্তি কৰাৰ অধিকাৰ নাই? আপুনি নিশ্চয় মোক সহায় কৰিব।"

মিছেছ ৱেষ্টনলৈ চাই এমাই দেখিলে তেওঁ আচৰিত হৈছে। তাইৰ বৰ খং উঠিল। তাই মাথোন এবাৰ খঙেৰে তেওঁলৈ চালে আৰু আশা কৰিলে সেই চাৱনিয়ে যেন তেওঁৰ জ্ঞান ঘূৰাই আনে। ছোফাৰপৰা উঠি বায়েকৰ ওচৰত বহি তাই তেওঁলোকৰ কথাত কাণ দিলে।

মিঃ এল্টনে তাইৰ তিৰস্কাৰ কেনেদৰে গ্ৰহণ কৰিলে সেয়া চাবলৈ এমাৰ সময় নাছিল। কাৰণ তেনেকুৱাতে মিঃ জন নাইট্‌লেই সোমাই আহি জনালে যে তেওঁ বাহিৰখন চাই আহিল। বাহিৰখন বৰফেৰে ঢাক খাই পৰিছে আৰু এতিয়াও বৰফ পৰি আছে লগতে প্ৰবল বতাহো বলিছে।

কথাটো জানিব পাৰি মিঃ উদহাউছ চিন্তিত হৈ পৰিল। তেওঁৰ ডাঙৰ জীয়েকো সমানেই চিন্তিত হ'ল। কাৰণ তেওঁৰ ল'ৰাছোৱালীকেইটা হাৰ্টফিল্ডত আছে। ৰাস্তাত বৰফ পৰাৰ বাবে যদি বাগী যাব নোৱাৰে তেওঁ লাগিলে খোজ কাঢ়িয়ে যাব।

এই বিষয়ে আলোচনা চলি থাকোঁতে মিঃ নাইট্‌লেই বাহিৰত চাই আহি জনালে যে কিছুদুৰ আগ বাঢ়ি তেওঁ চাই আহিছে বৰফ সিমান বেছি পৰা নাই। তেওঁলোক অনায়াসে যাব পাৰিব।

ইজাবেলাৰ বাবে এইটো খবৰ ডাঙৰ সকাহ হ'ল। এমা আৰু মিঃ নাইট্‌লেই কথা পাতি সোনকালেই যোৱাটো ঠিক কৰিলে। সেইমতে বেল বজাই বাগী সাজু কৰিবলৈ কোৱা হ'ল। আৰু কেইটামান মুহূৰ্তৰ পাছত এই বিৰক্তিদায়ক সংগীজনক তেওঁৰ নিজৰ ঘৰত নমাই দিব পৰা যাব বুলি ভাবি এমা আশ্বস্ত হ'ল।

বাগীকেইখন আহিল। মিঃ উদহাউছক তেওঁৰ মৰমৰ মিঃ ৱেষ্টন আৰু মিঃ নাইট্‌লেই অতি সাৱধানেৰে বাগীত উঠাই দিলে। দেউতাকৰ পাছত ইজাবেলা বাগীত উঠিল। জন নাইট্‌লেও ঘৈণীয়েকৰ পিছে পিছে গৈ বহিল। তেওঁ পাহৰি গ'ল যে তেওঁ এইখন বাগীত অহা নাছিল। দ্বিতীয়খন বাগীৰ বাবে এমাৰ লগত থাকিল মাথোন মিঃ এল্টন। এমাই বুজিলে এল্টনে আজি মিঃ ৱেষ্টনৰ তাত নিশ্চয় যথেষ্ট মদ খাইছে আৰু এতিয়া আবোল-তাবোল বলকি যাব।

তেওঁক এনেকুৱা কথাবোৰৰপৰা আঁতৰাই ৰাখিবলৈ বাগী চলিবলৈ লোৱাৰ পাছত এমাই তাইৰ সহজাত গহীন স্বভাৱেৰে বতৰৰ কথা উলিয়ালে। তেনেতে তাই আৰম্ভ কৰা বিষয়টোৰপৰা ফালৰি কাটি মিঃ এল্টনে তাইৰ হাতত ধৰি ক'বলৈ ধৰিলে যে তেওঁ এমাকহে গভীৰভাৱে ভাল পায় আৰু বিয়া কৰাব খোজে। যদি তাই প্ৰত্যাখ্যান কৰে তেওঁ মৰিবলৈ সাজু... ইত্যাদি নানান ধৰণৰ কথা তেওঁ ক'বলৈ ধৰিলে। এমাই তেওঁক মনত পেলাই দিবলৈ যত্ন কৰি ক'লে যে তেওঁ হেৰিয়েটকহে ভাল পায়। কিন্তু এল্টনে এই কথা অস্বীকাৰ কৰি ক'লে যে তেওঁ হেৰিয়েটক নহয়, এমাকহে ভাল পায়। হেৰিয়েটক তেওঁ ভাল পোৱাৰ কোনো কথা নাই, এমাৰ বান্ধৱী বুলি আৰু পূৰ্বৰাগ সৃষ্টিত সহায় কৰাৰ বাবেহে তেওঁ তাইক ভাল পায়। লগতে এই কথাটোও তেওঁ স্পষ্ট কৰি দিলে যে সামাজিকভাৱে হেৰিয়েটৰ স্থান তেওঁতকৈ বহুত তলত, গতিকে হেৰিয়েটক বিয়া কৰোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। তদুপৰি, তেওঁক হাৰ্টফিল্ডলৈ নিমন্ত্ৰণ কৰি আনিছিল এমাইহে, সকলো কথাৰ বাবে উৎসাহিত কৰি আহিছে—এমাইহে।

এমাই মিঃ এল্টনক বুজালে যে তেওঁ ভুল বুজিছে। এমাই আচলতে তাইৰ বান্ধৱীৰ প্ৰেমিক হিচাবেহে তেওঁৰ লগত সম্বন্ধ ৰাখিছে, তাৰ বাহিৰে এমাৰ বাবে তেওঁ এজন সাধাৰণ চিনাকিতকৈ একো বেছি নহয়। লগতে তাই এই কথাও জনালে যে বৰ্তমান তাই বিয়া-বাৰুৰ কথা একো ভবা নাই।

খঙত তেওঁ ক'বলৈ এটা শব্দও বিচাৰি নাপালে। ইজনে সিজনৰ প্ৰতি খং আৰু গভীৰ অপমানবোধৰ মাজত কেইটামান মুহূৰ্ত দুয়ো নিৰৱে বহি ৰ'ল। তেওঁলোকে কেতিয়ানো ভিকাৰেজ লেন পালে ক'বই নোৱাৰিলে। বাগীখন ৰখোৱাত মিং এল্টন নামি গ'ল। শুভৰাত্ৰি জনোৱাটো আৱশ্যক বুলি ভাবি তাই তেওঁক শুভৰাত্ৰি জনালে। কিছু শীতল আৰু গৰ্বভৰা কণ্ঠেৰে তেওঁ তাৰ উত্তৰ দিলে। বাগীখন হাৰ্টফিল্ড অভিমুখে আগ বাঢ়িল।

ভিকাৰেজ লেনৰপৰা এই বাটছোৱা অচিনাকি কচোৱান এজনৰ লগত অকলে অহা এমাৰ কোনো বিপদ হয় বুলি শংকিত হৈ থকা মিং উদহাউছে এমাক দেখি আনন্দিত কণ্ঠেৰে স্বাগতম জনালে।

## অধ্যায় ১৬

লিগিৰীজনীয়ে চুলি আঁচুৰি বান্ধি দিয়াৰ পাছত শুবলৈ গৈ এমাই কথাবোৰ চিন্তা কৰি অতিশয় দুখী অনুভৱ কৰিলে। হেৰিয়েটৰ বাবে তাইৰ বৰ দুখ লাগিল—কি যে ডাঙৰ আঘাত এটা হ'ব তাইৰ বাবে! এমাই মানি ল'লে যে এইটো তাইৰ বৰ ডাঙৰ ভুল হ'ল। হেৰিয়েটৰ প্ৰতি প্ৰশংসাসূচক কথা, এমাই অঁকা তাইৰ ছবিখনৰ প্ৰতি ব্যৱহাৰ, সেই সাঁথৰটো সেই সকলোবোৰেচোন তাইৰ প্ৰতি থকা মিং এল্টনৰ প্ৰেমৰ কথাকে সূচায়।

এই বিষয়টোলৈ প্ৰথম আঙুলিয়াই দিয়া মিং জন নাইট্‌লেৰ ওচৰত তাই ঋণী হৈ ৰ'ব। দুই ভায়েকৰ বুদ্ধিৰ বিচক্ষণতাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। তাইৰ মনত পৰিল মিং নাইট্‌লেই তাইক কৈছিল যে মিং এল্টনে কেতিয়াও অবিবেচকৰ দৰে বিয়া নকৰায়। লাজত ৰঙা পৰি তাই ভাবিলে, তেওঁৰ কথা কিমান সঁচা অথচ তাই বুজিবই পৰা নাছিল। তাই ভবাতকৈ মিং এল্টনে সম্পূৰ্ণ ওলোটা ৰূপতহে ধৰা দিছে—এইটো সঁচাকৈয়ে অতিশয় লজ্জাজনক কথা।

মিঃ এল্টনে তাইৰ লগত পতা কথা-বতৰা অথবা তাইৰ প্ৰতি দেখুওৱা আচৰণত ক'তো তাই প্ৰেমৰ সঁচ বিচাৰি নাপালে। আচলতে তাইক বিয়া কৰাই তেওঁ ধনী হ'ব খোজে। তাই যে ত্ৰিছ হাজাৰ পাউণ্ডৰ উত্তৰাধিকাৰী সেইটোৰ বাবেহে তাইক তেওঁ বিয়াৰ প্ৰস্তাৱ দিছে। এতিয়া তেওঁ বিছ হাজাব বা দহ হাজাৰ পাউণ্ডৰ কোনোবা এজনীৰ বাবে যত্ন কৰিব।

তাই তেওঁক উৎসাহিত কৰিছে, তেওঁৰ মতামতক মূল্য দিছে, তেওঁক আকৰ্ষণ কৰিছে, গতিকে তেওঁক বিয়া কৰাব লাগে। কি ভাবিছে নিজকে—তাইৰ সমানৰ বুলি ভাবিছে নেকি? হেৰিয়েটক নিজতকৈ তলত বুলি ভাবিছে, কিন্তু নিজৰ কথা পাহৰি গৈছে। তেওঁ নিশ্চয় জানে উদহাউছসকল বহুত পুৰণি পৰিয়াল এটাৰ ঠাল, কেইবাপুৰুষো ধৰি ইয়াতে বসবাস কৰি আহিছে। এল্টননো কোন—দুবছৰ আগতেহে ইয়ালৈ আহিছে—পুৰোহিত হিচাবে।

তাইৰ প্ৰথম ভুলটোৱেই আছিল—এল্টনক ঘৰলৈ মতাটো। দুজন ডেকা-গাভৰুক লগ লগাই দিয়াৰ হাবিয়াসটোও তাইৰ ডাঙৰ ভুল আছিল। এমা অতিশয় লজ্জিত হ'ল আৰু আগলৈ এনেকুৱা কাম নকৰিবলৈ স্থিৰ কৰিলে।

হেৰিয়েটৰ বাবেহে তাইৰ বেয়া লাগিল। তাইৰ বাবেই হেৰিয়েটে মিঃ মাৰ্টিনৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিবলৈ বাধ্য হৈছিল। অৱশ্যে এই ক্ষেত্ৰত এমাই নিজৰ ভুল হোৱা বুলি নাভাবে। কিন্তু এইখিনিতেই তাই ৰ'ব লাগিছিল আৰু বাকীখিনি সময় আৰু সুযোগৰ হাতত এৰি দিব লাগিছিল। কিন্তু তাই সেইটো নকৰিলে। কিন্তু এতিয়া, বেচেৰীজনী! কিছুদিনৰ বাবে তাইৰ মনৰ সুখ-শান্তি নাইকিয়া হ'ব। এমাই ভাবিলে, "মই নিশ্চয় তাইৰ বাবে যোগ্য কোনোবা এজনক বিচাৰিব লাগিল। উইলিয়াম কক্স—নাই নাই, মই সেই নিলাজ ডেকা উকীলজনক মই সহ্য কৰিব নোৱাৰোঁ।"

তাইৰ নিজৰ আকৌ আগলৈ ঘূৰি যোৱা অৱস্থাটো দেখি তাই লাজতে ৰঙা পৰি হাঁহিলে। তাৰ পাছত গহীন হৈ কি হ'ল, কি হ'ব আৰু কি হোৱা উচিত তাকে চিন্তা কৰিলে। লগ পালে হেৰিয়েটৰ আগত এই সকলো কষ্টদায়ক ব্যাখ্যা তাই দিব লাগিব আৰু বেচেৰীয়ে ভুগিব লাগিব—সেই কথাবিলাক মনলৈ আহিল। একো স্থিৰ কৰিব নোৱাৰি তাই শুবলৈ গ'ল যদিও এই ভুলৰ বাবে যে তায়েই দোষী সেই কথাটোৱে তাইক পীড়া দি থাকিল।

এমাৰ নিচিনা প্ৰাণোচ্ছল যুৱতী এজনীৰ ক্ষেত্ৰত—নিশা কষ্টেকীয়া বিষণ্ণতাৰ ছায়াই আৱৰি ধৰিলেও—প্ৰভাতৰ আগমনিয়ে মনৰ উৎসাহ ঘূৰাই আনিলে। যৌৱন আৰু পুৱাৰ প্ৰফুল্লতাৰ মাধুৰ্য্য একেই, আৰু যদিওবা ই হতাশা চকু মেল খুৱাই ৰাখিবৰ

জোখাৰে যথেষ্ট তীব্ৰ নাছিল, ই কিন্তু জ্ঞানৰ দুৱাৰ মুকলি কৰি উজ্জ্বল আশা আনি দিবৰ জোখাৰে যথেষ্ট আছিল।

বতৰটো তাইৰ পৰিস্থিতিৰ অনুকূল আছিল। খ্রিষ্টমাছ আছিল যদিও তাই গিৰ্জালৈ নগ'ল। আৰু সেই বাবে তাই এটা অপ্ৰীতিকৰ পৰিস্থিতিৰ মুখামুখি (মিঃ এল্টনৰ মুখামুখি) হোৱাৰপৰা ৰক্ষা পৰিল। বগা বৰফে গোটেইখন ছানি ধৰিলে। প্ৰতিদিনে ৰাতিপুৱাটো আৰম্ভ হ'ল বৰষুণ অথবা বৰফেৰে আৰু সন্ধিয়া হ'ল গোট মাৰি যোৱা শীতেৰে। তাই বহুদিন ধৰি ঘৰতে সোমাই থাকিল। হেৰিয়েটৰ লগত চিঠিৰ বাহিৰে কোনো প্ৰকাৰৰ যোগাযোগ নহ'ল। গিৰ্জালৈও তাই নগ'ল আৰু মিঃ এল্টনৰ অনুপস্থিতিৰ বাবে কাৰো ওচৰত জবাবদিহি হ'বলগীয়াও নহ'ল।

বতৰে সকলোকে ঘৰৰ ভিতৰত আবদ্ধ কৰি ৰাখিলেও, মিঃ নাইট্‌লেক কিন্তু সিহঁতৰপৰা আঁতৰাই ৰাখিব পৰা নাছিল।

এইদৰে আবদ্ধ হৈ থকা দিনকেইটা এমাৰ বাবে অতি সুখদায়ক হ'ল। যদিও হেৰিয়েটৰ আগত দিবলগীয়া স্বীকাৰোক্তিৰ চিন্তাই তাইক সম্পূৰ্ণ স্বাচ্ছন্দ্যৰপৰা আঁতৰাই ৰাখিলে।

## অধ্যায় ১৭

মিঃ আৰু মিছেছ নাইট্‌লে হাৰ্টফিল্ডত বেছিদিন নাথাকিল। কিছুদিন পাছতে বতৰ মুকলি হ'ল। মিঃ উদহাউছে জীয়েক আৰু ল'ৰাছোৱালীকেইটা কেইদিনমান থকাটো বিচাৰিছিল যদিও তেওঁলোক নাথাকিল।

সেইদিনাখনেই আবেলি মিঃ উদহাউছলৈ বুলি মিঃ এল্টনে চিঠি এখন পঠিয়ালে। চিঠিত তেওঁ লিখিলে যে পাছদিনা ৰাতিপুৱা তেওঁ হাইবেৰিৰপৰা কিছুদিনলৈ আঁতৰি থাকিব, তেওঁ বাথলৈ যাব। বেয়া বতৰ আৰু তেওঁৰ নিজা কামৰ বাবে নিজে আহিব নোৱাৰাৰ বাবে তেওঁ দুখ প্ৰকাশ কৰিলে। মিঃ উদহাউছৰ বন্ধুত্বপূৰ্ণ সৌজন্যৰ কথা

তেওঁ সদায় কৃতজ্ঞতাৰে সুঁৱৰিব। আৰু মিঃ উদহাউছে যদি কিবা আদেশ দিয়ে, সেয়া তেওঁ আনন্দেৰে সৈতে পালন কৰিব।

এমা অতিশয় আচৰিত হ'ল। এই সময়ত তায়ো মিঃ এল্টনৰ অনুপস্থিতিকে কামনা কৰিছিল। তেওঁ কথাটো ভাবি পোৱাৰ বাবে তাই তেওঁৰ প্ৰশংসা কৰিলে। অৱশ্যে যিটো ধৰণে তেওঁ কথাটো জনালে—সেইটো গ্ৰহণীয় নহ'ল। চিঠিখনৰ ক'তো তাইৰ উল্লেখ নাছিল। তদুপৰি, এনেদৰে জনোৱাত দেউতাকৰ মনত সন্দেহ হ'ব পাৰে বুলি তাই আশংকা কৰিলে।

আৰু সেয়া সঁচা হ'ল। এল্টন এনেদৰে যাবলৈ ওলোৱাত মিঃ উদহাউছ আচৰিত হ'ল। চিঠিখনে, তেওঁলোকৰ অকলশৰীয়া সন্ধিয়াটোত ভাবিবলৈ আৰু কথা পাতিবৰ বাবে সমল যোগালে।...

এমাই হেৰিয়েটক সকলো কথা ক'বলৈ স্থিৰ কৰিলে। কাৰণ, তাই বিশ্বাস কৰিছিল যে ইতিমধ্যে হেৰিয়েট সুস্থ হৈ উঠিছে আৰু এতিয়াই ক'লেহে ভদ্ৰলোকজন উভতি অহা পৰ্য্যন্ত তাই নিজকে চম্ভালি ল'ব পাৰিব। সেইমতে এমা মিছেছ গডাৰ্ডৰ ওচৰলৈ গ'ল আৰু হেৰিয়েটক লগ ধৰিলে। যোৱা ছয় সপ্তাহ ধৰি গোপনে মনত পুহি ৰখা আশাবোৰ মষিমূৰ হোৱাত হেৰিয়েট অতিশয় দুঃখিত হ'ল। এই স্বীকাৰোক্তিয়ে এমাৰ লজ্জাবোধ পুনৰ জগাই তুলিলে। হেৰিয়েটৰ অবিৰাম বৈ থকা চকুপানীয়ে তাইৰ মন স্থিৰ কৰালে যে তাই আগলৈ এনে কাম কেতিয়াও নকৰে।

হেৰিয়েটে সকলো সহ্য কৰিলে। মিঃ এল্টনে তাইক সামাজিকভাৱে তলতীয়া বুলি ভবাৰ বাবে তাই কাকো জগৰীয়া নকৰিলে।

হেৰিয়েটৰ সৰলতা, নম্ৰতা আৰু অমায়িক প্ৰকৃতিয়ে এমাৰ অন্তৰ চুই গ'ল। মিঃ এল্টনক নোপোৱাত হেৰিয়েটে আপত্তি কৰাৰ কিবা আছে বুলি নাভাবিলে। নিজকে তেনে এজন মানুহৰ মৰম-চেনেহ পোৱাৰ যোগ্য বুলি তাই কেতিয়াও নাভাবিলেহেঁতেন। একমাত্ৰ তাইৰ মৰমৰ বান্ধৱী মিছ উদহাউছেহে এয়া সম্ভৱ বুলি ভাবিব পাৰে।

বেলি লহিয়াবৰ হোৱা দেখি এমা ঘৰলৈ আহিবলৈ ওলাল। অহাৰ পৰত তাই হেৰিয়েটক গোটেই জীৱন আকৌ আগৰ নিচিনাকৈ বন্ধু হৈ থাকিব বুলি কথা দিলে।

# অধ্যায় ১৮

মি০ ফ্ৰেংক চাৰ্চিল নাহিল। মিছেছ ৰেষ্টনৰ ভয় সঁচা বুলি প্ৰমাণিত কৰি তেওঁৰ সলনি ক্ষমা প্ৰাৰ্থনা কৰা চিঠি এখনহে আহিল। অৱশ্যে সোনকালেই ৰেণ্ডেল্‌ছলৈ আহিব বুলি তেওঁ আশা কৰিলে।

মিছেছ ৰেষ্টন সঁচাকৈয়ে হতাশ হ'ল। খবৰটো পাই মি০ ৰেষ্টন আচৰিত আৰু দুঃখিত হ'ল। প্ৰায় আধা ঘণ্টা মান নিৰৱে বহি ৰোৱাৰ পাছত তেওঁ ভাবিলে যে ফ্ৰেংক দুই-তিনিমাহমান পাছত অহাই ভাল। কাৰণ সেইখিনিয়েই বছৰটোৰ সুন্দৰ সময়, সুন্দৰ বতৰ; তেতিয়া তেওঁ কিছুদিন দীঘলীয়াকৈ থাকিব পাৰিব।

এইখিনি সময়ত এমা মি০ ফ্ৰেংক চাৰ্চিল অহা-নহা কথালৈ চিন্তা কৰিব পৰা অৱস্থাত নাছিল। বৰ্তমান তেওঁৰ প্ৰতি তাইৰ কোনো আকৰ্ষণ নাছিল। বৰং তাই এই চিন্তাবোৰৰপৰা আঁতৰত থাকিবলৈহে বিচাৰিছিল। কিন্তু মি০ আৰু মিছেছ ৰেষ্টনৰ লগত থকা বন্ধুত্বৰ বাবেই তাই কথাটোৰ প্ৰতি আগ্ৰহ দেখুৱাবলগীয়াত পৰিল।

মি০ নাইট্‌লেৰ আগত প্ৰথম এই কথাটো কোৱাজনী তায়েই আছিল। চাৰ্চিলসকলে যে ফ্ৰেংকক দেউতাকৰপৰা আঁতৰাই ৰাখে সেই কথাটো এমাই মি০ নাইট্‌লেৰ আগত প্ৰকাশ কৰিলে। কিন্তু মি০ নাইট্‌লে তাইৰ সৈতে একমত নহ'ল। দুয়ো দুটা পক্ষ লৈ ওকালতি কৰিবলৈ ধৰিলে। এমাই বুজি পাই আমোদ পালে যে তাই নিজৰ মতামতৰ বিপক্ষে গৈছে আৰু মিছেছ ৰেষ্টনৰ যুক্তিকে নিজৰ মতৰ বিৰুদ্ধেও কৈছে।

"তেওঁ যদি আহিম বুলি স্থিৰ কৰে তেন্তে আহিব নোৱাৰে বুলি মই বিশ্বাস নকৰোঁ। কোনো প্ৰমাণ নোহোৱাকৈ এইটো বিশ্বাস কৰাটো মোৰ বাবে অসম্ভৱ।"

"কি যে আচৰিত মানুহ আপুনি! মি০ ফ্ৰেংক চাৰ্চিলে বাৰু আপোনাৰ কি কৰিলে যে আপুনি তেওঁক এনে অস্বাভাৱিক প্ৰাণী বুলি ভাবিছে?" এমাই ক'লে।

"মই তেওঁক অস্বাভাৱিক প্ৰাণী বুলি ক'ব খোজা নাই। কিন্তু মি০ ৰেষ্টনৰ লগত তেওঁৰ কি সম্বন্ধ তেওঁ নিশ্চয় জানে, কিন্তু তেওঁৰ কথা অকণমানো নাভাবে। অহংকাৰী, বিলাসী আৰু স্বাৰ্থপৰ পৰিয়াল এটাত ডাঙৰ হোৱা ল'ৰাজনো নিশ্চয় তেনেই হ'ব। ইচ্ছা কৰা হ'লে ছেপ্টেম্বৰৰপৰা জানুৱাৰি মাহৰ ভিতৰতে তেওঁ আহিব পাৰিলেহেঁতেন। তেইছ বছৰীয়া ডেকা এজনে এইটো কৰিব নোৱাৰে বুলি ভবাটো অসম্ভৱ।" নাইট্‌লেই মন্তব্য কৰিলে।

"সেইটো কথা আপুনি সহজেই ক'ব পাৰিছে, কাৰণ আপুনি নিজেই আপোনাৰ গৰাকী," এমাই ক'লে।

"তেইছ বছৰীয়া যুৱক এজনৰ মন আৰু শৰীৰৰ এইকণ স্বাধীনতা নিশ্চয় থাকে। তেওঁতো য'লৈ-ত'লৈ গৈ থাকে। আজি কেইদিনমানৰ আগতে তেওঁ ৱেমাউথলৈ আহিছিল বুলি শুনিছোঁ। তেন্তে চাৰ্চিলসকলক এৰি তেওঁ ঘূৰি ফুৰাৰ প্ৰমাণ আছে। য'ত আনন্দৰ খনি থাকে তেওঁ তালৈ যাবলৈ ভাল পায়।"

"এজনৰ প্ৰকৃত পৰিস্থিতিৰ বিষয়ে গম নোপোৱাকৈ এনে মন্তব্য দিয়াটো অন্যায়। আপুনি বুজিবলৈ যত্ন কৰককচোন, সেই অমায়িক ল'ৰাজনক যিসকলে সৰুৰেপৰা ডাঙৰ-দীঘল কৰিছে তেওঁলোকৰ কথাৰ ওপৰত কেনেকৈ মাত মাতিব?"

"এমা, তোমাৰ অমায়িক ডেকাজন অতি দুৰ্বল ডেকা মানুহ হ'ব যদি তেওঁ এনেদৰে আনৰ ইচ্ছা মতে চলে।"

"আপুনিচোন তেওঁৰ বিষয়ে বেয়াকৈ ভাবিবলৈ মন স্থিৰ কৰিয়েই পেলাইছে!"

"মই! কেতিয়াও নহয়," অসন্তুষ্ট হৈ মিঃ নাইট্‌লেই উত্তৰ দিলে। "মই মুঠেও তেওঁৰ বিষয়ে বেয়াকৈ ভাবিব নোখোজোঁ। আন যিকোনো মানুহৰ নিচিনাকৈ তেওঁৰ যোগ্যতা স্বীকাৰ কৰিবলৈ মই সাজু আছোঁ। তেওঁ ভালদৰে ডাঙৰ-দীঘল হৈছে, দেখিবলৈ ধুনীয়া আৰু প্ৰশংসনীয় ব্যৱহাৰ--তাৰ বাহিৰে তেওঁৰ বিষয়ে মই আন একোৱে শুনা নাই।"

"ভাল কথা," এমাই ক'লে, "তাৰ বাহিৰে তেওঁৰ কোনো গুণ নাই যদিও কোনো কথা নাই, তেওঁ হাইবেৰিৰ সম্পদ হ'ব। আমিতো ইয়াত তেনেকুৱা ডেকা ল'ৰা দেখিবলৈ নাপাওঁ। মিঃ নাইট্‌লে, তেওঁ আহিলে ইয়াত কি চাঞ্চল্যৰ সৃষ্টি হ'ব আপুনি কল্পনা কৰিব পাৰেনে বাৰু? ডনৱেল আৰু হাইবেৰিত এতিয়াতো অকল মিঃ ফ্ৰেংক চাৰ্চিলৰ বিষয়েই চৰ্চা চলিব।"

"মই এইবোৰৰদ্বাৰা বশীভূত নহওঁ বাবে তুমি মোক ক্ষমা কৰিবা। তেওঁৰ লগত যদি কথা-বতৰা পাতিব পৰা হয় বুলি ভাবোঁ, তেন্তে তেওঁৰ লগত সম্পৰ্ক কৰি আনন্দিত হ'ম। কিন্তু তেওঁ যদি কথা কোৱা ফুল বাবু এটা হয়, তেওঁ মোৰ সময় বা চিন্তাত ঠাই নাপাব।"

"মোৰ ধাৰণা তেওঁ প্ৰত্যেকৰে ৰুচি অনুযায়ী কথা পাতিব পাৰিব। তেওঁ আপোনাৰ লগত খেতি-বাতিৰ কথা, মোৰ লগত ছবি অঁকা আৰু সংগীতৰ বিষয়ে আৰু তেনেদৰে আনৰ লগতো বিভিন্ন বিষয়ৰ কথা পাতিব পাৰিব। তেওঁ সম্পৰ্কে এয়াই মোৰ ধাৰণা।"

"আৰু মোৰ ধাৰণা—যদি তেওঁ এনেকুৱা হয়, তেন্তে তেওঁ এই পৃথিৱীৰ আটাইতকৈ অসহনীয় মানুহ হ'ব। তেইছ বছৰ বয়সতে যদি তেওঁ সংগীসকলৰ ৰজা হ'বলৈ হয়—যিজনে প্ৰত্যেক মানুহৰ চৰিত্ৰ পঢ়িব পাৰে, তেন্তে প্ৰত্যেকজনৰ বুদ্ধিমত্তা তেওঁ নিজৰ উন্নতিৰ বাবে প্ৰয়োগ কৰিব, যাতে সকলোকে তেওঁৰ তুলনাত মূৰ্খ কৰি তুলিব পাৰে! তেনেহ'লে, মোৰ মৰমৰ এমা, তোমাৰ নিজৰ ভাল অনুভূতিবোৰে এনেকুৱা দাম্ভিক ডেকা এজনক সহ্য কৰিব পাৰিব জানো?"

"যাওক, মই এই বিষয়ে আপোনাৰ লগত আৰু কথা নাপাতোঁ। আপুনি সকলো কথাকে বেয়ালৈ নিয়ে। আমি দুয়ো একপক্ষীয় হৈছোঁ। আপুনি বিপক্ষে আৰু মই তেওঁৰ সপক্ষে। আৰু তেওঁ ইয়ালৈ নহালৈকে আমি দুয়ো একমত হোৱাৰ কোনো সুযোগ নাই।"

"একপক্ষীয়! মই নহয়দেই," নাইট্‌লেই ক'লে।

"কিন্তু মই হয়, আৰু সেই কথা ক'বলৈ মই লাজ নকৰোঁ। মিঃ আৰু মিছেছ ৱেষ্টনৰ প্ৰতি মৰমে মোক তেওঁৰ পক্ষ লোৱাবলৈ বাধ্য কৰিছে।"

"মোৰ বাবে তেওঁ এনে কোনো নহয় যাৰ কথা মাহৰ পাছত মাহ মই চিন্তা কৰিম," বিৰক্তিৰে মিঃ নাইট্‌লেই কৈ উঠিল।

এমাই তৎক্ষণাৎ প্ৰসংগটো সলালে যদিও তাই তেওঁৰ কিয় খং উঠিছে বুজি নাপালে।

## অধ্যায় ১৯

এদিনাখন ৰাতিপুৱা এমা আৰু হেৰিয়েটে একেলগে খোজ কাঢ়ি আছিল। এমাৰ মতে হেৰিয়েটক সান্ত্বনা দিয়াৰ বাবেই হওক, অথবা তাইৰ পাপৰ প্ৰায়শ্চিত্ত হিচাবেই হওক, সেইদিনাৰ বাবে এল্টন সম্পৰ্কে যথেষ্ট কথা পতা হ'ল। গতিকে সেই বিষয়টোৰপৰা তাই ফালৰি কাটি আহিবলৈ বিচাৰিলে। কিন্তু, দুখীয়া মানুহবোৰৰ কথা ক'বলৈ গৈ হেৰিয়েটে পুনৰ মিঃ এল্টনৰ প্ৰসংগটো টানি আনিলে।

ঠিক সেইখিনি সময়তে সিহঁত আহি মিছেছ বেট্‌ছৰ ঘৰ পাইছিল। এমাই তেওঁলোকক দেখা কৰি যাবলৈ ঠিক কৰিলে।

মি০ নাইট্‌লেই তাইক প্ৰায়ে তেওঁলোকক দেখা কৰাৰ কথা কৈছিল। তাই নিজেও অন্তৰৰপৰাই কথাটো ভাবে যদিও তাৰ্লৈ অহাটো সময়ৰ অপচয় বুলি ভাবি কাচিৎহে আহে।

মিছেছ্ বেট্‌ছ আৰু মিছ বেট্‌ছ বহা কোঠাতে আছিল। আলহী দেখা পাই আন্তৰিকতা তথা কৃতজ্ঞতাৰে তেওঁলোকে আলহীক আদৰণি জনালে। পৰিষ্কাৰ-পৰিপাটি মিছেছ বেট্‌ছ কোঠাটোৰ আটাইতকৈ উম থকা ঠাইডোখৰত হাতত উণ আৰু শলা লৈ বহি আছিল। তেওঁ আনকি মিছ উদহাউছৰ বাবে সেই ঠাইখিনি এৰি দিব খুজিলে। তেওঁৰ কথকী জীয়েক মিছ বেট্‌ছে মিছ উদহাউছ অহাৰ বাবে ধন্য মানি কি কৰিব কি নকৰিব লগালে। আৰু অতিশয় উদ্বিগ্নতাৰে মি০ উদহাউছৰ স্বাস্থ্যৰ খবৰ ল'লে। তেওঁলোকক আপ্যায়নৰ বাবে মিঠা-কেক সমুখত দি তাই ক'বলৈ ধৰিলে, "মিছেছ ক'ল দহ মিনিটমান আগলৈ ইয়াতে আছিল। ইমান যে ভাল মানুহগৰাকী। তেওঁ আমাৰ লগত এঘণ্টামান বহিল আৰু এই কেক এডোখৰ খাইছে। খাই বৰ ভাল পোৱা বুলি কৈছে—সেয়ে মই আশা কৰিছোঁ, মিছ উদহাউছ আৰু মিছ স্মিথেও একোডোখৰকৈ কেক খোৱা; নিশ্চয় ভাল পাবা।"

ক'ল পৰিয়ালৰ উল্লেখে এইটো নিশ্চিত কৰিলে যে ইয়াৰ পাছত নিশ্চয় মি০ এল্টনৰ কথা আহিব। কাৰণ ক'ল পৰিয়ালৰ লগত মি০ এল্টনৰ ঘনিষ্ঠতা আছে আৰু তেওঁৰ বিষয়ে ক'লসকলে নিশ্চয় সকলো কথা জানে। কিন্তু জেন ফেয়াৰফেক্সৰ কথাই মি০ এল্টনক অতিক্ৰম কৰি যাব পাৰিব বুলি এমাই ভাবিব পৰা নাছিল। মিছ বেট্‌ছে মি০ এল্টনৰ উল্লেখ কৰি জেনৰ চিঠিৰ প্ৰসংগলৈ গ'ল।

"হয় হয়, মিছেছ ক'লে মোক কৈছিল মি০ এল্টন বাথত—মিছেছ ক'ল যে বৰ ভাল মহিলা দেই, তেওঁ মাজে-সময়ে আমাৰ ইয়ালৈ আহে। আহিলেই জেনৰ বিষয়ে জানিবলৈ বিচাৰে। তেওঁ জেনক বৰ ভাল পায়। তাই যেতিয়া ইয়াত থাকে মিছেছ ক'লে কি কৰিব কি নকৰিব, কেনেকৈ যে তাইৰ প্ৰতি থকা তেওঁৰ মৰম প্ৰকাশ কৰিব দেখিলে আচৰিত লাগে। অৱশ্যে মই ক'বই লাগিব—সেয়া তাইৰ প্ৰাপ্য। তেওঁ আহিয়েই তাইৰ চিঠি পাইছোঁ নেকি সোধে। পোৱা বুলি জানিলে কিনো লিখিছে পঢ়ি শুনাবলৈ কয়।"

মিচিকিয়াই হাঁহি এমাই ভদ্ৰভাবে সুধিলে, "মিছ ফেয়াৰফেক্সৰপৰা কিবা খবৰ পাইছে নেকি? আশাকৰোঁ তেওঁ ভালে আছে।"



তেওঁৰ কথকী জীয়েক মিছ বেট্‌ছে মিছ উদহাউছ অহাৰ বাবে ধন্য মানি কি কৰিব কি নকৰিব লগালে।

"ধন্যবাদ। তুমি যে ইমান মৰমিয়াল। অ' পাইছোঁ, এইখন চিঠি। এইমাত্ৰ মিছেছ ক'লক পঢ়ি শুনালোঁ। তেওঁ যোৱাৰ পাছত মাৰ বাবেও আকৌ এবাৰ পঢ়িবলগীয়া হ'ল। চিঠিখন থ'বই পৰা নাই। এতিয়া আকৌ তুমিও তাইনো কি লিখিছে জানিবলৈ বিচাৰিছা...।"

তেওঁ যথেষ্ট খৰকৈ কথাবিলাক কৈ গৈছিল। উশাহ সলাবলৈ খন্তেক ৰওঁতে এমাই ভদ্ৰভাৱে জেন ফেয়াৰফেক্সৰ সুন্দৰ হাতৰ আখৰৰ প্ৰশংসা কৰিলে।

পুনৰ মিছ বেট্‌ছৰ কথা আৰম্ভ হ'ল। কিছু সময় একেথাহে কথা কোৱাৰ পাছত এমাই সুধিলে, "মিছ ফেয়াৰফেক্স আহিব নেকি?"

"অঁ আহিব, আহিব। অহা সপ্তাহত আহিব।"

"বাস্তৱিকতে সেয়া আপোনালোকৰ বাবে অতি আনন্দদায়ক হ'ব।"

"অঁতো, অহা শুকুৰবাৰ বা শনিবাৰে পাবহি। সেইটো কথা জনাবলৈকে তাই চিঠি লিখিছে। আচলতে মিঃ আৰু মিছেছ কেম্পবেল আয়াৰলেণ্ডত থকা তেওঁলোকৰ জীয়েক মিছেছ ডিক্সনৰ তালৈ যাব। সেইবাবে জেন ইয়াত তিনিমাহ থাকিব। মিঃ ডিক্সনৰপৰাই সম্ভৱতঃ জেনে আয়াৰলেণ্ডৰ সৌন্দৰ্য্যৰ বিষয়ে জানিব পাৰি তালৈ যাবলৈও বৰ ইচ্ছা কৰিছিল। কিন্তু এতিয়া তাই ইয়াত থাকিব বুলিহে জনাইছে," মিছ বেট্‌ছে ক'লে।

মিছ বেট্‌ছৰ কথা শুনি থাকোঁতে এমাৰ মনলৈ জেন ফেয়াৰফেক্স সম্বন্ধে এক কল্পনাপ্ৰসূত সন্দেহে গা কৰি উঠিল। জেন আয়াৰলেণ্ডলৈ নোযোৱা কথাটোত তাই যেন কিবা এটা বিচাৰি পালে।

"আপোনালোকে চাগে এই সময়ত মিছ ফেয়াৰফেক্সক ইয়ালৈ আহিবলৈ দিয়াৰ বাবে নিজকে ভাগ্যৱান বুলি ভাবিছে। মিছেছ ডিক্সন আৰু তেওঁৰ মাজত ইমান ভাল বন্ধুত্ব, তেওঁ যে কৰ্নেল কেম্পবেল আৰু মিছেছ কেম্পবেলৰ লগত নগৈ ইয়ালৈ আহিব আপোনালোকে চাগে আশাই কৰা নাছিল।"

"সঁচাকৈয়ে। আমিতো ভয়েই কৰি আছিলোঁ—তাই ইমান দূৰলৈ যাব বুলি। কিন্তু চোৱাচোন, সকলো ভাললৈয়ে হ'ল। মিঃ আৰু মিছেছ ডিক্সনেও তাই তালৈ যোৱাটো বিচাৰিছিল। মিঃ ডিক্সন কিমান ভাল মানুহ। তেওঁলোক আটায়ে বেমাউথলৈ যাওঁতে মিঃ ডিক্সনে পানীত পৰিবলৈ ধৰা জেনক বচোৱা কথাটো শুনাৰপৰা তেওঁৰ প্ৰতি মোৰ সঁচাকৈয়ে ইমান যে মৰম সোমাইছে।"

"কিন্তু তেওঁৰ বন্ধুৱে ইমান জোৰ কৰা সত্ত্বেও জেন তালৈ নগৈ আপোনাৰ আৰু মিছেছ বেট্‌ছৰ ওচৰলৈ আহিল যে?" এমাই সুধি দিলে।

"এৰা, সেয়া তাইৰ নিজৰ ইচ্ছা। কৰ্নেল আৰু মিছেছ কেম্পবেলে তাই ঠিক সিদ্ধান্ত লোৱা বুলিয়ে ভাবিছে। আজি কিছুদিনৰপৰা তাইৰ গা ভাল নহয় হেনো, সেয়ে তেওঁলোকেও তাই ইয়াত থকাটোকে বিচাৰিছে।"

তাইৰ গা ভাল নহয় বুলি শুনি বেয়া লাগিল। মই ভাবোঁ তেওঁলোকে জ্ঞানীৰ কামেই কৰিছে। কিন্তু মিছেছ ডিক্সনহে হতাশ হ'ব।... জেন ফেয়াৰফেক্সৰ তুলনাত মিছেছ ডিক্সন চাগে সিমান ধুনীয়া নহয়, নহয়নে বাৰু?"

"ওঁহোঁ নহয়। তুমি সুধিছা কাৰণে কৈছোঁ—দুয়োৰে মাজত কোনো তুলনা নহয়। কিন্তু মিছ কেম্পবেল যথেষ্ট ভদ্ৰ আৰু অমায়িক।... জেনৰ যে গা অসুখ আমাক কোৱাই নাই জানানে—জানোচা আমি চিন্তা কৰোঁ। এতিয়া ইমান হঠাতে, শুক্ৰবাৰে বা শনিবাৰে তাই পাবহিয়ে, মোৰ যে কেনেকুৱা লাগিব পাৰে ভাবাচোন, মিছ উদহাউছ। তাইৰ হে কথাবোৰ তোমালোকক কোৱাতকৈ তাই নিজেই তোমালোকক ভালকৈ ক'ব পাৰিব।"

"আমি উঠোঁৱেই নেকি, দেউতাই আমালৈ বাট চাই থাকিব। আচলতে আমি সোমোৱা কথা নাছিল। মিছেছ বেট্ছৰ খবৰ নোলোৱাকৈ এইপিনে পাৰ হৈ যাবলৈ বেয়া লাগে বাবেহে সোমালোঁ, বহিলোঁ, বেছ ভালেই লাগিল। এতিয়া যাওঁ, আপোনাক আৰু মিছেছ বেট্ছক সুপ্ৰভাত জনালোঁ।"

## অধ্যায় ২০

**অনাথ জেন ফেয়াৰফেক্স, মিছেছ বেট্ছৰ সৰু জীয়েকৰ জীয়েক।**

**মিছেছ বেট্ছৰ জীয়েক মিছ বেট্ছৰ বিয়া হৈছিল লেফটেনেণ্ট ফেয়াৰফেক্সৰ সৈতে। অতি আনন্দ আৰু আশাৰে পতা বিয়াখনৰপৰা মাথোন দুখদায়ক স্মৃতিৰ বাহিৰে একো নাথাকিল। কৰ্মৰত অৱস্থাত মিঃ ফেয়াৰফেক্সৰ মৃত্যু হয় আৰু জেন যেতিয়া তিনি বছৰীয়া তেতিয়া তাইৰ মাকৰ মৃত্যু হয়। তেতিয়াৰপৰাই তাই আইতাক আৰু মাহীয়েকৰ তত্ত্বাৱধানত আছিল।**

কিন্তু তাইৰ ন বছৰ বয়সত দেউতাকৰ বন্ধু কৰ্নেল কেম্পবেলে জেনৰ দায়িত্ব লয়। জেনৰ সমবয়সীয়া তেওঁৰো এজনী ছোৱালী আছিল। তেওঁ নিজৰ ছোৱালীজনীৰ লগত জেনৰ পঢ়া-শুনাৰ সমস্ত দায়িত্ব গ্ৰহণ কৰে। তেতিয়াৰপৰা জেন সম্পূৰ্ণৰূপে কৰ্নেল কেম্পবেল পৰিয়ালৰ এজন সদস্য হৈ পৰে আৰু তেওঁলোকৰ লগতে থাকিবলৈ লয়। তাৰপৰা মাজে-সময়ে তাই আইতাককক দেখা কৰিবলৈ আহিছিল।

সেয়াই জেন ফেয়াৰফেক্সৰ কাহিনী। তাই ভাল মানুহৰ লগতে থাকিবলৈ পাইছিল। তেওঁলোকে তাইক উপযুক্ত শিক্ষাৰে শিক্ষিত কৰি তুলিছিল। ওঠৰ-উনৈছ বছৰ বয়সত তাই ধাত্ৰী কামৰ বাবে উপযুক্ত হৈ উঠিল যদিও কেম্পাবেল পৰিয়ালে তাইক পঠাব নিবিচাৰিলে। ধাত্ৰীৰ কামৰ বাবে তাই সৰু হৈ আছে, আৰু কিছুদিন তেওঁলোকৰ স'তে থাকক বুলি তেওঁলোকে তাইক নপঠিয়ালে। এজনী জীয়েকৰ মৰ্য্যাদাৰে জেন তেওঁলোকৰ লগতে থাকিল।

সি সময়ত জেনে নিজৰ জীৱিকা নিৰ্বাহৰ কথা চিন্তা কৰি আছিল, সেই সময়তে মিছ কেম্পবেল মিঃ ডিক্সন নামৰ সুদৰ্শন, আঢ্যৱন্ত ডেকাৰ লগত বিবাহপাশত আবদ্ধ হয়। জেন কেম্পবেল পৰিয়ালৰ সৈতে সুখতেই আছে অথবা তেওঁলোকৰ ঘৰত গোটেই জীৱন থাকিব পাৰিব যদিও তেনেদৰে ৰখাটো অনুচিত হ'ব বুলি ভাবি তাইৰ ভালৰ কাৰণেই তেওঁলোকে তাইক পঠিয়াবলৈ মান্তি হ'ল। মিছ কেম্পবেলৰ বিয়াৰ পাছৰেপৰা তাই অসুখত ভুগি আছিল আৰু সেয়ে কামত যোগ দিয়াৰ আগতে তাইৰ স্বাস্থ্য ভাল হৈ উঠাটো প্ৰয়োজনীয় আছিল।

জেন কেম্পবেল পৰিয়ালৰ লগত আয়াৰলেণ্ডলৈ নোযোৱা কথাটোত কিবা সত্য লুকাই আছে বুলি এমাই অনুমান কৰিলে। হাইবেৰিয়ে ইমানদিনে আদৰিবলৈ বাট চাই থকা মিঃ ফ্ৰেংক চাৰ্চিলৰ সলনি দুবছৰৰ মূৰত অহা জেন ফেয়াৰফেক্সক আদৰিবলৈ সাজু হ'ল।

সুদীৰ্ঘ তিনিমাহ ধৰি লগ পাবলৈ বিচাৰি থকা এজনৰ পৰিবৰ্তে ভাল নোপোৱা এজনক সৌজন্যৰ খাতিৰত দেখা কৰিবলগীয়া কথাটো ভাবি এমা দুঃখিত হ'ল। জেন ফেয়াৰফেক্সক তাইৰ কিয় ভাল নালাগে সেই প্ৰশ্নটোৰ উত্তৰ তাই নিজেও নাজানে।

জেনক দেখা পোৱাৰ পাছত এমাৰ মনলৈ আহিল যে চেহেৰা আৰু আচৰণত জেনৰ বহুত পৰিবৰ্তন হৈছে। জেন বহুত ধুনীয়া হৈছে। তাইৰ দৰে ধুনীয়া আৰু সকলো পিনৰপৰা যোগ্য ছোৱালী হাইবেৰিত কমেই ওলাব।

এমা ভালেখিনি পৰ জেনৰ লগত বহাৰ পাছত তাইৰ ভাব হ'ল যে তাই এতিয়া জেনক বেয়া নাপায়। তাইৰ সকলো কথা, পৰিস্থিতি জনাৰ পাছত এমাৰ মনত

তাইৰ প্ৰতি সহানুভূতি আৰু শ্ৰদ্ধাৰ উদ্ৰেক হ'ল। মুঠতে জেনৰ প্ৰতি এক বদান্যতাৰ অনুভূতি লৈ এমা ঘৰলৈ উভতিল। তাইৰ বেয়া লাগিল এই ভাবি যে জেনৰ বিয়াৰ পৰিকল্পনা কৰিব পৰাকৈ যোগ্য কোনো ল'ৰা হাইবেৰিত নোলাব।

সেই মিঠা অনুভৱবোৰ বেছিদিন নাথাকিল। সিহঁতৰ বন্ধুত্বৰ কথা ৰাজহুৱাভাৱে সদৰি কৰাৰ আগতে অথবা পূৰ্বৰ সকলো কথা পাহৰি মিঃ নাইট্লেৰ আগত তাইৰ সৌন্দৰ্য্যৰ প্ৰশংসা কৰাৰ আগতে আকৌ আগৰ পৰিস্থিতিৰ উদ্ভৱ হ'ল। জেন ফেয়াৰফেক্স তাইৰ আইতাক আৰু মাহীয়েকৰ লগত হাৰ্টফিল্ডত এসন্ধ্যা কটাবলৈ আহিল। মাহীয়েক সেই আগৰ দৰেই আমনিদায়ক, বৰং এতিয়া বেছিহে হ'ল—জেনৰ স্বাস্থ্য, জেনৰ খোৱা-বোৱাৰ কথাকে লৈ তেওঁ কিমান চিন্তিত, মাক আৰু তেওঁলৈ জেনে অনা বস্তুবোৰৰ বৰ্ণনা আদিয়ে এমাৰ মনত জেনৰ প্ৰতি আকৌ আগৰ ভাব জগাই তুলিলে। খোৱা-বোৱাৰ শেষত সংগীত আহিল। এমাই পিয়ানো বজাই গান গালে। সকলোৱে তাইৰ প্ৰশংসা কৰিলে। জেনেও সুন্দৰকৈ সংগীত পৰিৱেশন কৰিলে। জেনৰ মুখত তাইৰ প্ৰশংসা শুনি এমাৰ এনে লাগিল যেন তাই যে এমাতকৈ উচ্চ খাপৰ সেয়া যেন তাইক সোঁৱৰাইহে দিছে। জেন চকুত পৰাকৈ সংযমী হৈ থাকিল।

যদি তাতকৈও কিবা বেছি আছিল, তেন্তে সেয়া আছিল ৱেমাউথ সম্পৰ্কে তাইৰ নিৰৱতা। মিঃ ডিক্সন সম্বন্ধে জেনে একো ক'বলৈ নিবিচাৰিলে। এমাৰ সন্দেহ হ'ল, সম্ভৱতঃ মিঃ ডিক্সনৰ লগত তাইৰ অতি ওচৰ সম্বন্ধ আছে, কিন্তু মিছ কেম্পবেলৰ বাৰ হাজাৰ পাউণ্ডৰ খাতিৰতহে তেওঁ তাইৰ লগত সম্পৰ্ক ৰাখিছে।

অন্য বিষয়তো জেন সংযমী হৈ থাকিল। তাই আৰু মিঃ ফ্ৰেংক চাৰ্চিল একে সময়তে ৱেমাউথত আছিল। তেওঁক তাই ভালদৰে জানে যদিও, তেওঁনো প্ৰকৃততে কেনেকুৱা সেই সম্পৰ্কে জেনৰপৰা এমাই কোনো কথা উলিয়াব নোৱাৰিলে। এমাই তাইক ক্ষমা কৰিব নোৱাৰিলে।

# অধ্যায় ২১

এমাই তাইক ক্ষমা কৰিব নোৱাৰিলে, কিন্তু সিদিনাৰ পাৰ্টিত উপস্থিত থকা মিঃ নাইট্‌লেই তাইৰ ব্যৱহাৰত একো বিসংগতি দেখা নাপালে। বৰং দুয়োপক্ষৰ সুন্দৰ ব্যৱহাৰহে তেওঁৰ চকুত পৰিল। পাছদিনা ৰাতিপুৱা মিঃ উদহাউছৰ লগত ব্যৱসায়ৰ কথা পাতিবলৈ অহা মিঃ নাইট্‌লেই এমাৰ আগত সেই কথাকেই প্ৰকাশ কৰিলে।

"কালি বেছ উপভোগ্য সন্ধিয়া এটা পাৰ কৰিলোঁ। তোমালোক দুয়ো সুন্দৰ সংগীত পৰিৱেশন কৰিলা। তাইক বজাবলৈ দি তুমি ভাল কৰিলা। তাইৰ আইতাকৰ ঘৰত নথকা সত্ত্বেও তাই ভালেই বজাইছে," মিঃ নাইটলেই ক'লে।

"আপুনি ভাল পাইছে জানি সুখী হৈছোঁ," মিচিকিয়াই এমাই উত্তৰ দিলে, "কিন্তু মই ভাবোঁ মই চাগে হাৰ্টফিল্ডলৈ অহা আলহীক সম্পূৰ্ণৰূপে আতিথ্য দিব নাজানো।"

"কিয় নাজানিবা, মোৰ মৰমৰ মাজনী," তৎক্ষণাৎ দেউতাকে উত্তৰ দিলে। "তোমাৰ নিচিনা অতিথি আপ্যায়ন কৰা আৰু ভদ্ৰ আন কোনোবা আছে বুলি মই নাভাবোঁ।"

"নাই, নহয়। তোমাৰ কাম বা আচৰণ একোতে তুমি সম্পূৰ্ণ নোহোৱা। মই কি কৈছোঁ তুমি বুজিছা চাগে," মিঃ নাইট্‌লেই ক'লে।

এমাৰ চকুৰ বেঁকা চাৱনিয়ে প্ৰকাশ কৰিলে, "মই আপোনাক ভালদৰেই বুজি পাওঁ," কিন্তু তাই প্ৰকাশ কৰিলে আন এটা কথা, "মিছ ফেয়াৰফেক্স বৰ সেঁছি গহীন?"

"মই সেই কথা তোমাক আগতে কৈছোঁ। কথাটো হয়, কিন্তু মই ভাবোঁ সোনকালেই তুমি তাইৰ লগত অন্তৰংগ হ'ব পাৰিবা। কালি সন্ধিয়াটো তোমাৰ বাবে আনন্দদায়ক নাছিল নেকি?"

"অহ্ নহয়, মই তাইক ইমান কথা সুধিলোঁ—তাই যে একোৰে ভালদৰে উত্তৰ নিদিলে," এমাই ক'লে।

প্ৰসংগটো সলাই মিঃ নাইট্‌লেই ক'লে, "এমা, তোমাৰ বাবে এটা খবৰ আছে। তুমিতো নতুন খবৰ পালে ভাল পোৱা আৰু এই খবৰটো শুনি তুমি আনন্দিত হ'বা বুলিয়েই মই ভাবোঁ।"

"খবৰ? এৰা, মই ভাল পাওঁ। কি বাৰু? আপুনি হাঁহিছে যে ক'ত শুনিলে—ৰেণ্ডেল্‌ছত নেকি?"

"নহয়, মই ৰেণ্ডেল্‌ছলৈ যোৱাই নাই—," তেওঁ ক'লেহে মাথোন, তেনেতে মিছ বেট্‌ছ্ আৰু মিছ ফেয়াৰফেক্স কোঠাটোলৈ সোমাই আহিল।

মি০ নাইট্‌লেক দেখি তেওঁলৈ চাই ক'লে, "ভালনে আপোনাৰ?... মিছ উদহাউছ, খবৰটো শুনিছানে? মি০ এল্টনৰ বিয়া।"

খবৰটো শুনি এমা ইমান আচৰিত হ'ল যে তাই উচাপ খাই উঠিল আৰু সেইটো প্ৰকাশ হোৱাত তাই লাজতে ৰঙা পৰি গ'ল।

"মোৰ খবৰ সেইটোৱেই। মই ভাবিছিলোঁ খবৰটোৱে তোমাক আনন্দিত কৰিব," হাঁহি মাৰি মি০ নাইট্‌লেই ক'লে।

"কিন্তু আপুনি এই খবৰটো ক'ত পালে?" আচৰিত হৈ মিছ বেট্‌ছে সজোৰে কৈ উঠিল। "মই মিছেছ ক'লৰপৰা খবৰটো পোৱা পাঁচ মিনিট, নহয় দহ্ মিনিটমানহে হৈছে। কোনোবা মিছ হকিন্স হেনো—মই সিমানেই জানো। কিন্তু মি০ নাইট্‌লে আপুনি বাৰু ক'ৰপৰা শুনিলে?"

"ডেৰ ঘণ্টামান আগতে ব্যৱসায়ৰ কামত মই মি০ ক'লৰ ওচৰলৈ গৈছিলোঁ। সেই সময়ত তেওঁ চিঠিখন পঢ়ি আছিল। তেতিয়াই মোকো পঢ়িবলৈ দিছিল।"

"বঢ়িয়া! মই ভাবোঁ ইয়াতকৈ আনন্দদায়ক বাতৰি আৰু একো হ'ব নোৱাৰে," মিছ বেট্‌ছে ক'লে।

"মি০ এল্টনে বিয়া পাতিব!" আশ্চৰ্য্যচকিত এমাৰ মুখৰপৰা এতিয়াহে কথা ওলাল। "তেওঁৰ সুখৰ বাবে সকলোৰেপৰা তেওঁ শুভেচ্ছা পাব।"

তেওঁলোকৰ মাজত মি০ এল্টন আৰু মিছ হকিন্সৰ কথাকেই বহু সময় ধৰি আলোচনা হ'ল। বতৰটো বেয়া হৈ অহা দেখি কিছু সময় পাছত মিছ বেট্‌ছ আৰু জেন যাবলৈ ওলাল। মি০ নাইট্‌লেও তেওঁলোকৰ লগত যাবলৈ উঠিল।

দেউতাকৰ লগত বহি থকা এমাৰ মনত মি০ এল্টনৰ বিয়াৰ খবৰে নানান ভাবৰ জোকাৰণি তুলিলে। হেৰিয়েটৰ বাবে তাইৰ বৰ বেয়া লাগিল। তাইকনো খবৰটো কেনেকৈ দিয়া যায় তাকে ভাবি এমা চিন্তিত হ'ল।

বৰষুণ এজাক বেছ জোৰকৈয়ে আহিল যদিও খন্তেক পাছতে নাইকিয়া হ'ল। তেনেকুৱাতে হেঁপাই-ফোঁপাই হেৰিয়েট আহি ওলাল।

"মিছ উদহাউছ, কি হ'ল ক'ব পাৰেনে?" উগুল-থুগুল ভাবেৰে কি ঘটিলে তাই ক'বলৈ ধৰিলে ঃ আধা ঘণ্টামান আগতে তাই মিছেছ গডাৰ্ডৰ ঘৰৰপৰা ওলাই আহিল। বতৰটো বেয়া কৰা দেখি তাই ভাবিলে যে হাৰ্টফিল্ডলৈ প্ৰথমতে অহা যাওক। এঘৰত মহিলা এগৰাকীক তাইৰ গাউন এটা চিলাবলৈ দিছিল। আহি থাকোঁতে মনত

পৰাত চাবলৈ সোমাল। ওলাই আহোঁতেই বৰষুণজাকে পালে নহয়। কি কৰিব কি নকৰিব ভাবি নাপাই দৌৰি তাই ফ'ৰ্ডৰ দোকানত সোমাল। প্ৰায় দহ মিনিটমান ৰ'বলগীয়া হ'ল। তেনেকুৱাতে তাই দেখিলে এলিজাবেথ মাৰ্টিন আৰু তাইৰ ককায়েক দোকানলৈ সোমাইছে। তাই যে অচেতন নোহোৱাকৈ ৰ'ল সেয়াই ৰক্ষা! এলিজাবেথে হেৰিয়েটক দেখা পালে যদিও তাইৰ প্ৰতি কোনো আগ্ৰহ দেখুওৱা নাছিল। কিন্তু ককায়েকে তাইক দেখাই নাছিল। উভতি চাই তেওঁ হেৰিয়েটক দেখা পাই বস্তু কিনাৰ পৰিবৰ্তে ভনীয়েকৰ লগত ফুচফুচাই কথা পতাত লাগিল। হেৰিয়েট নিশ্চিত হ'ল— তাইৰ কথাকে তেওঁলোকে পাতিছে। তেওঁ চাগে ভনীয়েকক তাইৰ লগত কথা পাতিবলৈ কৈছে। সঁচাকৈয়ে তাই আগ বাঢ়ি আহি হেৰিয়েটৰ লগত আগৰ দৰে বন্ধুত্বপূৰ্ণ ভাবেৰে কথা পাতিলে। খন্তেক পাছতে তেৰোঁ আহি তাইৰ সৈতে কথা পতাত লাগিল। তাই কি যে এক অস্বস্তিকৰ পৰিস্থিতিত পৰিল বুজাব নোৱাৰে। বৰষুণ বন্ধ হোৱাত তাই ওলাই আহিল। তিনি খোজমান আহিছেহে তেনেতে তেওঁ পিছফালৰপৰা মাতি ক'লে যে মই যাব খোজা বাটটোৰে নগৈ মিং ক'লৰ ঘোঁৰাশালৰ ওচৰেদি গ'লে ভাল হ'ব, কাৰণ ইফালে বৰষুণৰ পানীয়ে বুৰাই পেলাইছে। লাজত তাইৰ মৰি যাব যেন লাগিল।... "মিছ উদহাউছ, চাওকচোন, এতিয়াও তেওঁ আৰু এলিজাবেথে মোক ইমান সুন্দৰকৈ মাতিছে। মোৰ প্ৰতি তেওঁলোকৰ ইমান সুন্দৰ ব্যৱহাৰ দেখি আৰু কি যে ভাল লাগিছে আপোনাক বুজাব নোৱাৰোঁ। আস্ মিছ উদহাউছ, কিবা এটা কওক। মোৰ মনটো বৰ অশান্ত হৈ পৰিছে।"

এমাই আন্তৰিকতাৰে সেইটো কৰিবলৈ বিচাৰিলে যদিও নোৱাৰিলে। কাৰণ তাই নিজেই অশান্তিত ভুগি আছিল। ৰবাৰ্ট মাৰ্টিন আৰু তেওঁৰ ভনীয়েকৰ প্ৰতি তাইৰ পুতৌহে জন্মিল। সিহঁতে চাগে এতিয়াও হেৰিয়েটৰ লগত মিলামিছা বঢ়োৱাৰ কথা ভাবে। তদুপৰি হেৰিয়েটৰ বৰ্ণনাৰনো কি মূল্য আছে? তাই অতি সহজতে আনন্দিত হয়। তাইৰ প্ৰশংসাইনো কি সূচায়?

"এক মুহূৰ্তৰ কাৰণে তেওঁক লগ পোৱাটোৱে কষ্ট দিলেও, তুমি অতি ভাল আচৰণ কৰিছা। এতিয়া সকলো পাৰ হৈ গ'ল যেতিয়া সেইবোৰ বাদ দিয়া।" হেৰিয়েটৰ মনৰপৰা মাৰ্টিনক বাহিৰ কৰাৰ উদ্দেশ্যে এমাই মিং এল্টনৰ খবৰটো ক'লে। বেচেৰী হেৰিয়েটে খবৰটো শুনি আনন্দই কৰিব নে খংহে কৰিব, লজ্জিতহে হ'ব নে আমোদহে পাব তেনে এটা অৱস্থাত পৰা দেখি এমাই ভাবিলে, হায়! মিং এল্টনৰ খবৰটোৰ গুৰুত্ব তাইৰ বাবে সেয়াইহে নে?

# অধ্যায় ২২

মানৱ প্ৰকৃতি এনেকুৱা যে কোনোবা এজন ডেকা ল'ৰা যদি এনেকুৱা এটা অৱস্থাত পৰে যে হয় তেওঁ বিয়া কৰাবলৈ, নহয় তেওঁ মৰিবলৈ ওলাইছে, তেনে স্থলত সকলো তেওঁৰ প্ৰতি দয়া পৰৱশ হৈ পৰে।

হাইবেৰিত মিছ হকিন্সৰ নাম ওলোৱাৰ এসপ্তাহ নৌহওঁতেই তেওঁৰ সম্পৰ্কে সকলো কথা সকলোৰে মাজত জনাজাত হৈ পৰিল। আৰু বিজয় গৌৰৱেৰে উভতি অহা মিঃ এল্টনে বাকীখিনি কথা প্ৰচাৰ কৰিলে।

মিঃ এল্টনক যথেষ্ট সুখী দেখা গ'ল। এগৰাকী মহিলাই প্ৰত্যাখ্যান কৰাৰ পাছত গভীৰভাৱে অসন্তুষ্ট হৈ হাইবেৰিৰপৰা আঁতৰি যোৱা এল্টন অধিক আনন্দিত হৈ আগষ্টা হকিন্সৰ লগত বিয়াৰ ঠিক কৰি উভতি আহিল। মিছ হকিন্স যে দহ হাজাৰ পাউণ্ডৰ অধিকাৰী আন বহুতো কথাৰ লগতে সেই কথাটোও হাইবেৰিত সকলোৱে জানিলে। আগষ্টা ব্ৰিষ্টলৰ এজন ব্যৱসায়ীৰ কন্যা আছিল। কেইবছৰমান আগতে মাক-দেউতাক ঢুকোৱাত তাই ওকালতি কৰা খুৰায়েক এজনৰ লগত থাকিছিল। তাইৰ বায়েকৰ ব্ৰিষ্টলৰ ওচৰৰ ধনী ভদ্ৰলোক এজনৰ লগত বিয়া হৈছে—সেই ভদ্ৰলোকৰ দুখনকৈ নিজা বাগী আছে।

মিঃ এল্টন হাইবেৰিলৈ অহাৰ পাছত হেৰিয়েটক যথেষ্ট হতাশ যেন দেখা গ'ল। দিনটোৰ ভিতৰত ক'ৰবাত নহয় ক'ৰবাত তাই দুই-তিনিবাৰ তেওঁক দেখা পাইছিল আৰু তেওঁক হেৰুওৱাৰ দুখ উপলব্ধি কৰিছিল। তেনেকুৱাতে এলিজাবেথ মাৰ্টিনৰপৰা পোৱা সৰু চিঠি এখনে তাইৰ মনৰ অশান্তি কিছু দূৰ কৰিলে। হেৰিয়েটক মিছেছ গডাৰ্ডৰ তাত লগ পাবলৈ অহা মিছ মাৰ্টিনে তাইক নাপাই চিঠিখন দি গৈছিল। স্নেহসনা ভৰ্ৎসনাৰে লিখা চিঠিখন পাই কি কৰিব তাই চিন্তা কৰিলে, কিন্তু তেতিয়াও তাইৰ মন মিঃ এল্টনৰ চিন্তাই আৱৰি আছিল। মিঃ এল্টন থকালৈ মাৰ্টিনসকলৰ কথা তাই পাহৰি আছিল। আৰু মিঃ এল্টন যিদিনা ৰাতিপুৱা বাথলৈ গ'ল, এমাই হেৰিয়েটৰ মনৰ সেই কষ্টৰ কথা আঁতৰাই ৰাখিবৰ বাবে এলিজাবেথ মাৰ্টিনক দেখা কৰি অহাটো উচিত বুলি উপলব্ধি কৰিলে।

কিন্তু কেনেকৈ যোৱাটো ঠিক হ'ব তাকে ভাবি এমা বিমোৰত পৰিল। পাছত তাই ঠিক কৰিলে যে নিজৰ বাগীতে হেৰিয়েটক লৈ গৈ নমাই দিব। অলপ সময়ৰ বাবে তাইক তাতে থৈ আগলৈ যাব আৰু উভতি আহোঁতে লৈ আহিব। কাৰণ হেৰিয়েটক বেছি সময় তেওঁলোকৰ লগত মিলামিছা কৰিবলৈ দিয়াটো ভৱিষ্যতৰ বাবে ঠিক নহ'ব।

# অধ্যায় ২৩

হেৰিয়েট এমাৰ লগত এবে-মিললৈ ওলাই গ'ল। এবে-মিল পোৱাত তাইক নমাই দিলে। হেৰিয়েট আগ বাঢ়িল।... যিবোৰ এসময়ত হেৰিয়েটৰ বাবে আনন্দৰ উৎস আছিল সেয়া দেখি এতিয়া তাই অলপ উদ্বিগ্ন হোৱা যেন লাগিল। এক শংকাজনক কৌতূহলেৰে চাৰিওপিনে চোৱা হেৰিয়েটক দেখি এমাই তাইক পোন্ধৰ মিনিটতকৈ বেছি থাকিব নিদিয়াটোকে ঠিক কৰিলে। এইখিনি সময়ত এমাই বিয়া-বাৰু কৰাই ডনৱেলত স্থায়ীভাৱে থাকিবলৈ লোৱা পুৰণি লগুৱা এজনক দেখা কৰিবলৈ গ'ল।

পোন্ধৰ মিনিটৰ পাছত তাই মাৰ্টিনৰ পদূলিমূৰত বৈ মিছ স্মিথক মাতি পঠিয়ালে। তাই অকলশৰে ওলাই আহিল।

ইমান সোনকালে আহিব লগা হোৱাত হেৰিয়েটৰ বেয়া লাগিল। তাই মাথোন মিছেছ মাৰ্টিন আৰু ছোৱালী দুজনীকহে লগ পালে। শীতল আৰম্ভণিটোৰপৰা মন খুলি পুৰণি আন্তৰিকতাৰে কথা পাতিবলৈ লৈছিলহে মাথোন, তেনেতে বাগীখন পালেহি আৰু সকলোৰে অন্ত পৰিল। আজি ছমাহো হোৱা নাই, যাৰ সতে তাই অন্তৰংগ ছয় সপ্তাহ কটাইছিল, তেওঁলোকক দেখা কৰিবলৈ চৈধ্য মিনিট! ... এমাই অনুভৱ কৰিলে তেওঁলোকে নিশ্চয় বেয়া পাইছে। স্বাভাৱিকতে হেৰিয়েটৰো বেয়া লগাৰ কথা। কিন্তু তাই হেৰিয়েটক এনেদৰে মিলামিছা কৰিব দিব নোৱাৰে। তেওঁলোক ইয়াতকৈ অলপ উচ্চ খাপৰ হোৱাহেঁতেনো বেলেগ কথা আছিল। সেয়ে হেৰিয়েটৰ মনটো ভাল লগাবলৈ বুলি তাই ৰেণ্ডেল্‌ছলৈ যোৱাৰ কথা ভাবিলে।

কিন্তু ৰেণ্ডেল্‌ছ পোৱাত জানিব পাৰিলে যে মিঃ আৰু মিছেছ বেষ্টন ঘৰত নাই। লগুৱাজনে জনালে যে সম্ভৱ তেওঁলোক হাৰ্টফিল্ডলৈ গৈছে। লৰালৰিকৈ তেওঁলোক ঘৰমুৱা হ'ল। বাটত বাগীখন ৰখোৱাত এমাই চাই দেখিলে—মিঃ আৰু মিছেছ বেষ্টন। কুশল বাৰ্তা বিনিময় কৰাৰ পাছত মিঃ বেষ্টনে এমাক জনালে যে তেওঁলোকে হাৰ্টফিল্ডত এমাৰ দেউতাকৰ লগত কিছুপৰ কথা-বতৰা পাতি আহিল। পাছদিনাখন নিশাৰ আহাৰ খোৱাৰ পৰলৈ ফ্ৰেংক ৰেণ্ডেল্‌ছ আহি পোৱাৰ কথা, সিদিনা ৰাতিপুৱা তেওঁ ফ্ৰেংকৰপৰা চিঠি এখন পাইছে।

মিঃ বেষ্টনৰ আনন্দৰ ভাগ লৈ এমাই তেওঁৰ সকলো কথা শুনিলে আৰু হাঁহি মাৰি তেওঁক অভিনন্দন জনালে।

"সোনকালেই মই তেওঁক হাৰ্টফিল্ডলৈ লৈ আহিম," কথাৰ মোখনি মাৰি মিঃ বেষ্টনে ক'লে।

এমাই সেইখিনি সময়তে তাইৰ বাহুত মিছেছ ৱেষ্টনৰ হাতৰ পৰশ অনুভৱ কৰিলে। "আমি যোৱাই ভাল ৱেষ্টন, আমি ছোৱালীহঁতৰো পলম কৰাইছোঁ।"

"বাৰু বাৰু, ব'লা," আৰু এমালৈ চাই ক'লে, "তুমি আকৌ বৰ ধুনীয়া ডেকা এজন দেখা পাবা বুলি আশা কৰি নাথাকিবা। তেওঁ সঁচাকৈয়ে একো অসাধাৰণ নহয়।" তেনেদৰে ক'লে যদিও তেওঁৰ জিলিকি থকা চকুহালে কিন্তু অন্য এটা কথাহে প্ৰকাশ কৰিলে।

"মোৰ মৰমৰ এমা, কাইলৈ চাৰি বজাত মোৰ কথা মনত পেলাবা," আঁতৰি যোৱাৰ সময়ত মিছেছ ৱেষ্টনে কিছু উৎকণ্ঠাৰে এমাৰ উদ্দেশ্যে ক'লে।

সেই কৌতূহলজনক দিনটোৰ ৰাতিপুৱাটো আহিল। মিছেছ ৱেষ্টনৰ একান্ত অনুগত শিষ্যাজনীয়ে দহ, এঘাৰ অথবা বাৰ বজাতো পাহৰা নাছিল যে আবেলি চাৰি বজাত তাই তেওঁৰ কথা মনত পেলাব লাগিব। হলঘৰৰ মাজেৰে পাৰ হৈ যাওঁতে তাই ঘড়ীত বাৰ বজাৰ সংকেত ধ্বনি শুনিলে। তাই ভাবিলে পাছদিনা এনেকুৱা সময়ত বা ইয়াতকৈ অলপ পাছত হয়তো তেওঁলোক ইয়ালৈ আহিব। তাই নিশ্চিত আছিল যে তেওঁলোকে ফ্ৰেংকক সোনকালেই হাৰ্টফিল্ডলৈ লৈ আহিব।

বৈঠকখানাৰ দুৱাৰখন মেলি দিয়াত এমাই দেখা পালে তাত দুজন ভদ্ৰলোক বহি আছে—মিঃ ৱেষ্টন আৰু তেওঁৰ পুতেক। কেইমিনিটমান আগতে তেওঁলোক আহি পাইছে আৰু মিঃ ৱেষ্টনে সেই মুহূৰ্তত পুতেক আহিব খোজা দিনটোতকৈ এদিন আগতে আহি পোৱাৰ কথাটো কৈ শেষ কৰিছিলহে মাথোন।

ইমানদিনে শুনি থকা, সকলোৰে কৌতূহলৰ পাত্ৰ সেই ফ্ৰেংক চাৰ্চিল আজি তাইৰ সমুখত। ওখ-পাখ, দেখাই দৰ্শনে, কথাই-বতৰাই ধুনীয়া ডেকা এজন। অপ্ৰত্যাশিত। দেউতাকৰ নিচিনাই উৎসাহী আৰু প্ৰাণৱন্ত।... তাই অনুভৱ কৰিলে যে ফ্ৰেংকক তাইৰ ভাল লাগিছে। তেওঁৰ সুন্দৰ আচৰণ আৰু কথা-বতৰাই তাইক প্ৰত্যয় নিয়ালে যে তেৰোঁ তাইৰ লগত সম্পৰ্ক স্থাপন কৰিব বিচাৰে।

ফ্ৰেংকৰ কথা-বতৰাত তেওঁৰ মাহীমাক, ৰেণ্ডেল্‌ছৰ ঘৰ, হাৰ্টফিল্ড আৰু গোটেই গাঁওখনৰ প্ৰশংসাই ভিৰ কৰিলে। তেওঁ এমাৰো অতিকৈ প্ৰশংসা কৰিলে আৰু এমা নিজেও তেওঁৰদ্বাৰা বাৰুকৈ প্ৰভাৱান্বিত হ'ল। তাই অৱশ্যে সেই ধুনীয়া ডেকাজনৰ আন্তৰিকতা দেখি আচৰিত হ'ল।

ভালেখিনি পৰ কথা-বতৰা পতাৰ পাছত ক্ৰাউনত তেওঁৰ কাম থকাৰ বাবে মিঃ ৱেষ্টন যাবলৈ ওলাল।

ফ্ৰেংকক পাছত গ'লেও হ'ব বুলি ক'লে যদিও ফ্ৰেংকো যাবলৈ উঠি দেউতাকক

ক'লে, "আপুনি যিহেতু নিজৰ কামত যাবলৈ ওলাইছে, ময়ো এই সুযোগতে এইখিনিতে এঘৰত দেখা এটা কৰি আহোঁ। যাব লাগিবই যেতিয়া পাছত যোৱাতকৈ এতিয়াই গৈ আহোঁ।"

তাৰ পাছত এমালৈ চাই ক'লে, "হাইবেৰিৰ তোমালোকৰ চুবুৰীয়া এঘৰৰ মহিলা এগৰাকীক মই জানো, পৰিয়ালটো ফেয়াৰফেক্স। মই ভাবোঁ ফেয়াৰফেক্স আচল নাম নহয়—বাৰ্নছ নে বেট্‌ছ তেনে কিবা। জানা নেকি তেনে পৰিয়াল এটাক?"

"অঁ, জানোতো," মিঃ ৱেষ্টনে তৎক্ষণাত মাত লগালে, "আমি তেওঁলোকৰ ঘৰৰ আগেদিয়ে আহিছোঁ। ঠিকেইতো, তুমি মিছ্ ফেয়াৰফেক্সক জানা নহয়, তুমি কোৱা মোৰ মনত পৰিছে—তেওঁক ৱেমাউথত লগ পাইছিলা...।"

"অৱশ্যে এতিয়াই যাব লাগিব বুলি কোনো কথা নাই। পাছত গ'লেও হ'ব," ফ্ৰেংকে ক'লে।

"নাই নাই, আজিয়েই যোৱা। তুমি তাত তাইক কেম্পবেল পৰিয়ালৰ লগতহে দেখিছিলা; কিন্তু ইয়াত তাই দুখীয়া আইতাকৰ লগত থাকে। যদি তুমি সোনকালে নোযোৱা তেন্তে তাই অৱহেলিত অনুভৱ কৰিব।"

দেউতাকৰ কথাত ফ্ৰেংক প্ৰত্যয় যোৱা যেন দেখা গ'ল।

"জেনে তোমাক জানে বুলি তাইৰপৰা শুনিছিলোঁ। বৰ ভাল ছোৱালী," এমাই ক'লে।

তেওঁ এমাৰ কথাত একমত হ'ল।

"যদি আগতে লগ পাওঁতে তুমি তাইৰ আচৰণৰদ্বাৰা প্ৰভাৱিত হোৱা নাছিলা, আজি লগ পালে নিশ্চয় হ'বা। পাছে আজি চাগে তুমি তাইৰ মাত শুনিবলৈয়ে নাপাবা। কাৰণ, তাইৰ এজনী মাহীয়েকে আছে, তেওঁ কথা কোৱা বন্ধই নকৰে, নিজেহে কৈ থাকে আনক কবলৈ নিদিয়ে," এমাই ক'লে।

ফ্ৰেংকে জেন ফেয়াৰফেক্সক লগ পাবলৈ যাব বুলি জানিব পাৰি মিঃ উদহাউছে তেওঁক বাটটো দেখুৱাই দিবৰ বাবে লগুৱা এজন নহ'লে কচোৱানজনকে লৈ যাবলৈ ক'লে, যদিও ফ্ৰেংক মান্তি নহ'ল। তেওঁ অকলে যাব পাৰিব বুলি জনালে। ফ্ৰেংকৰ দেউতাকেও ফ্ৰেংকক সমৰ্থন কৰিলে আৰু ভদ্ৰলোক দুজন আগ বাঢ়িল। এনেকুৱা সুন্দৰ আৰম্ভণিত এমা অতিকৈ আনন্দিত হ'ল।

# অধ্যায় ২৪

পাছদিনাখন ৰাতিপুৱা মি০ ফ্ৰেংক চাৰ্চিল মিছেছ ৱেষ্টনৰ লগত হাইবেৰিত উপস্থিত হ'ল। তেওঁ আহিব বুলি আশা কৰা নাছিল যদিও মিছেছ ৱেষ্টনৰ লগত একেলগে অহা দেখি এমা অতিকৈ আনন্দিত হ'ল। তেওঁলোক তিনিও একেলগে ডেৰ-দুই ঘণ্টামান ধৰি খোজ কাঢ়ি ফুৰিলে। প্ৰথমতে হাৰ্টফিল্ডৰ বাগিচাতে খোজ কাঢ়ি কথা পতাৰ পাছত ফ্ৰেংকে হাইবেৰি গাঁওখন চোৱাৰ আগ্ৰহ প্ৰকাশ কৰাত তিনিও আগ বাঢ়িল। ককাক-দেউতাকৰ গাঁওখনৰ প্ৰতি থকা ফ্ৰেংকৰ হেঁপাহ, তেওঁক ডাঙৰ কৰা বুঢ়ী মানুহগৰাকীৰ প্ৰতি মনত পেলোৱা কথাবোৰে এমাক সিদ্ধান্ত লোৱাত সহায় কৰিলে যে ফ্ৰেংক ইচ্ছাকৃতভাৱে হাইবেৰিলৈ নহাকৈ থকা নাছিল আৰু মি০ নাইট্‌লেৰ মন্তব্য ন্যায়সংগত নাছিল।

তেওঁলোক প্ৰথমে গৈ 'ক্ৰাউন ইন'ত ৰ'লগৈ। পুৰণি এই ঘৰটো বল ৰুম হিচাবে সজা হৈছিল। নাচৰ পাৰ্টি হৈছিল। কিন্তু এতিয়া সেই আনন্দদায়ক দিনবোৰ অতীত হৈছে। ক্ৰাউন ইন দেখি ফ্ৰেংক অতি উৎসাহিত হ'ল আৰু সোনকালেই তাত এটা নাচৰ আয়োজন কৰাৰ কথা ভাবিলে। তেওঁৰ মতে জাৰকালিৰ দিনকেইটাত তাত এপষেকৰ মূৰে মূৰে নাচৰ আয়োজন হোৱা উচিত।... ইনৰপৰা আগ বাঢ়ি আহি তেওঁলোক যিটো ঘৰৰ সমুখত ওলাল, তাতেই বেট্‌ছ পৰিয়াল থাকে। আগদিনা তেওঁ তালৈ গ'ল নে নাই কথাটো মনত পৰাত এমাই কথাটো জনিব বিচাৰিলে।

"হয়, গ'লোঁ। মই এইমাত্ৰ তাকেই ক'ব বিচাৰিছিলোঁ। ভাল লাগিল। তিনিওগৰাকী মহিলাকে লগ পালোঁ। তোমাৰ ওচৰত মই কৃতজ্ঞ যে তুমি আগতীয়াকৈ ইংগিত দিছিলা। মই দহমিনিটতে তেওঁলোকক দেখা কৰি দেউতাতকৈ আগতে ঘৰ পাম বুলি কৈছিলোঁ যদিও তাত পঞ্চল্লিছ মিনিট বহিবলগীয়া হ'ল।"

"মিছ ফেয়াৰফেক্সক কেনে দেখিলা?"

"বৰ অসুখীয়া ৰুগীয়া যেন লাগিছে। অৱশ্যে মিছ ফেয়াৰফেক্সৰ স্বাভাৱিক ৰংটোও বৰ শেঁতা—দেখিলেই ৰুগীয়া যেন লাগে।"

জেন ফেয়াৰফেক্সৰ গাৰ বৰণ সম্পৰ্কে মি০ ফ্ৰেংকৰ মন্তব্যৰ সৈতে এমা একমত নহ'ল। তাই ফ্ৰেংকৰ আগত জেনৰ গুণ বৰ্ণাবলৈ লাগিল। তাৰ পাছত এমাই ৱেমাউথত তেওঁ জেনক প্ৰায়েই লগ পাইছিল নেকি জানিব বিচাৰিলে।

সেই মুহূৰ্তত সিহঁত আহি ফ'ৰ্ডৰ দোকানৰ সমুখত উপস্থিত হ'ল। ফ্ৰেংকে তৎক্ষণাৎ কৈ উঠিল, "এইখনেই মোৰ দেউতাই কোৱা সেই দোকানখন নহয়নে—য'লৈ

প্ৰতিজন মানুহ দিনটোত এবাৰ হ'লেও আহে? য'ত দেউতাৰ সপ্তাহটোৰ সাতদিনৰ ছয়দিনেই কাম থাকে? তোমাৰ যদি অসুবিধা নাই, ব'লাচোন চাই আহোঁগে। ময়ো এইটো প্ৰমাণ কৰোঁ যে ময়ো হাইবেৰিৰ নাগৰিক। ইয়াত হাতমোজা পোৱা যাব চাগে?"

"পাবা, হাতমোজা আৰু ঢেৰ বস্তু পাবা। মই তোমাৰ এই অনুভৱৰ প্ৰশংসা কৰিছোঁ। তোমাক হাইবেৰিত সকলোৱে ভক্তি সহকাৰে আদৰ কৰিব। অৱশ্যে ইয়ালৈ অহাৰ আগৰেপৰাই তুমি যথেষ্ট জনপ্ৰিয়, কাৰণ তুমি মিঃ ৱেষ্টনৰ ল'ৰা। কিন্তু ফ'ৰ্ডত বস্তু কিনিলে তুমি নিজৰ জহতে হাইবেৰিত জনপ্ৰিয় হ'ব পাৰিবা।"

তেওঁলোক ভিতৰলৈ সোমাই গ'ল। বস্তু চাই থাকোঁতে তেওঁ সুধিলে, "মিছ উদহাউছ, দোকান পোৱাৰ আগতে তুমি কিবা এটা কৈছিলা।"

"মই মাথোন সুধিছিলোঁ, তুমি মিছ ফেয়াৰফেক্স আৰু তেওঁৰ বন্ধু-বান্ধৱবোৰক ভালদৰে জানা নেকি?"

"এৰা, মই তোমাৰ প্ৰশ্নটো এতিয়া বুজি পাইছোঁ। মই এতিয়া অতি অপ্ৰিয় কথা ক'ব লাগিব। মিছ ফেয়াৰফেক্সে নিশ্চয় তোমাক সেই কথা কৈছে। মই একো নকওঁ, তাই যি কৈছে সেয়াই।"

"বিশ্বাস কৰা, তুমি একেবাৰে জেনৰ নিচিনাকৈ উত্তৰ দিছা। তাই বৰ গহীন-গম্ভীৰ; কাৰো বিষয়ে একো খবৰ দিবলৈ নিবিচাৰে। কিন্তু মই ভাবিছিলোঁ তুমি চাগে তাইৰ লগত থকা তোমাৰ আন্তৰিকতা সম্পৰ্কে ক'বলৈ বেয়া নাপাবা," এমাই ক'লে।

"ঠিক আছে, মই তেন্তে সঁচা কথাটো কওঁ শুনা। মই প্ৰায়েই ৱেমাউথত জেনক লগ পাওঁ। মই কেম্পবেল পৰিয়ালকো জানো। কৰ্ণেল কেম্পবেল আৰু মিছেছ কেম্পবেল দুয়ো বৰ ভাল। মই তেওঁলোকক বৰ ভাল পাওঁ।"

"তুমি মিছ ফেয়াৰফেক্সৰ জীৱনৰ বিষয়েও জানা তেন্তে?"

"অঁ," অলপ ইতস্ততঃ কৰি ফ্ৰেংকে ক'লে, "জানো বুলিয়ে ভাবোঁ।"

হাতমোজাযোৰ লৈ তেওঁলোক দোকানৰপৰা ওলাই আহিল। "তুমি বাৰু জেনে পিয়ানো বজোৱা কেতিয়াবা শুনিছানে?" ফ্ৰেংক চাৰ্চিলে এমাক সুধিলে।

"কেতিয়াবা শুনিছোঁনে? তুমি পাহৰিছা চাগে হাইবেৰিৰ সৈতে তাই কিমানখিনি জড়িত। আমি দুয়ো শিকিবলৈ লোৱাৰপৰাই প্ৰতি বছৰে মই শুনি আহিছোঁ। তাই বৰ সুন্দৰ বজায়।"

"তুমি তেনেদৰে ভাবা নেকি? সঁচাকৈয়ে সংগীত জনা কোনোবা এজনৰপৰা মই এই বিষয়ে জানিবলৈ বিচাৰোঁ। তাই বজোৱা মই ভালেই শুনো, কিন্তু মই এই

বিষয়ে বিশেষ একো নাজানো। অৱশ্যে আনেও তাই ভাল বজায় বুলি প্ৰশংসা কৰা শুনিছোঁ।"

"সেই আনৰ মাজৰ এজন নিশ্চয় মি০ ডিক্সন," এমাই ভাবিলে। মি০ ডিক্সনৰ কথা ওলোৱাত এমাই আমোদ পালে আৰু মিছ কেম্পবেলৰ প্ৰতি তাইৰ পুতৌ জন্মিল। মিছ কেম্পবেলৰ প্ৰতিক্ৰিয়ানো কেনে ফ্ৰেংকৰপৰা এমাই সেই কথা জানিব বিচাৰিলে।

"বেচেৰী মিছেছ ডিক্সন! যি হওক, তেওঁ যে এতিয়া আয়াৰলেণ্ডত থাকিবলৈ লৈছে ৰক্ষা পৰিছে," এমাই ক'লে।

"তুমি ঠিকে কৈছা যদিও মিছ কেম্পবেলে এই কথাটোৰ বাবে কিবা অনুভৱ কৰা যেন দেখা যোৱা নাছিল," ফ্ৰেংকে ক'লে। তেওঁলোকৰ মাজত ভাল বুজাবুজি থকা যেনেই লাগিছিল। অৱশ্যে আনে নেদেখাকৈ তেওঁলোকৰ সম্বন্ধ কেনে আছিল সেইটো কোৱা মোৰ বাবে সম্ভৱ নহয়। মই মাথোন এইটোৱে ক'ব পাৰোঁ যে দেখাত সকলো ঠিকেই আছিল। কিন্তু তুমিতো মিছ ফেয়াৰফেক্সক সৰুৰেপৰাই জানা। গতিকে তেওঁৰ চৰিত্ৰ সম্পৰ্কে ভালদৰে বিচাৰ কৰিব পাৰিবা।"

অৱশ্যে এমাই এইখিনিতে স্বীকাৰ কৰিলে যে জেন কেতিয়াও এমাৰ অন্তৰংগ নাছিল। তদুপৰি তাই অতিকৈ গহীন। তাইৰ এই স্বভাৱটোৱে এইটো প্ৰমাণ কৰে যে তাইৰ নিশ্চয় গোপন কৰিবলগীয়া কিবা কথা আছে।

ফ্ৰেংক এমাৰ লগত সম্পূৰ্ণৰূপে একমত হ'ল। ইমান সময় একেলগে খোজ কাঢ়ি ফুৰা আৰু একে চিন্তাধাৰাৰ হোৱা বাবে এমাই ফ্ৰেংকৰ লগত বৰ অন্তৰংগ অনুভৱ কৰিলে। তাইৰ বিশ্বাস কৰিবলৈ টান লাগিল এয়া যে সিহঁতৰ চিনাকি হোৱাৰ দ্বিতীয় দিনহে। তাই আশা কৰাতকৈ ফ্ৰেংক বহু বেছি মাৰ্জিত।

# অধ্যায় ২৫

ফ্ৰেংক চাৰ্চিল সম্পৰ্কে এমাই গ্ৰহণ কৰা সিদ্ধান্তই পাছদিনা এটা জোকাৰণি খালে, যেতিয়া তাই জানিব পাৰিলে যে চুলি কটাবলৈ ফ্ৰেংক লণ্ডনলৈ গৈছে। তেওঁ এনেয়ে লণ্ডনলৈ দিনটোত দুবাৰ অহা-যোৱা কৰা কথাটোও গ্ৰহণ কৰিব পাৰিলেহেঁতেন যদিও যিটো কথাত গৈছে সেইটোহে গ্ৰহণযোগ্য নহয়। তেওঁৰ দেউতাকে তেওঁক ফুল বাবু বুলি আৰু এইটো এটা ভাল কথাই বুলি ক'লে যদিও মিছেছ ৱেষ্টনে কিন্তু কথাটো ভাল নাপালে।

হাইবেৰিত যোৱা দহ বছৰ ধৰি বাস কৰা এটা পৰিয়াল হ'ল মিঃ ক'লৰ পৰিয়াল। প্ৰথম অৱস্থাত পৰিয়ালটো সামাজিকভাৱে নিম্ন খাপৰ আছিল যদিও ব্যৱসায়-বাণিজ্যৰ জৰিয়তে লাহে লাহে তেওঁলোকৰ অৱস্থা উন্নত হৈছিল। তথাপিও মিঃ উদহাউছৰ পৰিয়ালৰ লগত তেওঁলোকৰ আহ যাহ নাছিল। মিঃ ক'লৰ পৰিয়ালে এটা নৈশ ভোজৰ আয়োজন কৰি ডনৱেল, ৰেণ্ডেলছৰ সকলোলৈকে নিমন্ত্ৰণ পঠিয়ালে যদিও এমা আৰু তাইৰ দেউতাকলৈ কোনো নিমন্ত্ৰণ নাহিল। ইয়াৰ কাৰণ হিচাপে মিছেছ ৱেষ্টনে "তোমালোকে সাধাৰণতে নিশাৰ আহাৰ বাহিৰত নকৰা যে, সেইবাবে চাগে নিমন্ত্ৰণ দিয়া নাই" বুলি ক'লে যদিও নিমন্ত্ৰণ নিদিয়াৰ বাবে এমাৰ বেয়া লাগিল। তাই ঠিক কৰিলে নিমন্ত্ৰণ দিলেও প্ৰত্যাখ্যান কৰিব। কিন্তু তাই যিসকলৰ সংগত থাকি ভাল পায় সেই সকলোবোৰ তাত গোট খোৱাৰ কথাটো বাৰে বাৰে মনলৈ অহাত নিমন্ত্ৰণ পালে যে তাইৰ গ্ৰহণ কৰিবলৈ মন যাব সেইটো এমাই বুজিলে।

মিঃ আৰু মিছেছ ৱেষ্টন হাৰ্টফিল্ডত বহি থাকোঁতেই এমালৈ নিমন্ত্ৰণ আহিল। "ইচ্ছা কৰিলে অস্বীকাৰ কৰিবও পাৰি" আছিল নিমন্ত্ৰণী পত্ৰখন পঢ়াৰ পাছত তাইৰ প্ৰথম মন্তব্যটো। এমাই কি কৰা উচিত, তেওঁলোকে তাই কি কৰাটো বিচাৰে সেই বিষয়ে তাই তেওঁলোকৰপৰা পৰামৰ্শ বিচাৰিলে। ৱেষ্টনহঁতে তাই নিমন্ত্ৰণ গ্ৰহণ কৰাটোকে বিচাৰিলে। তাইৰ ব্যক্তিগত ইচ্ছাও সেয়াই আছিল।

মিঃ উদহাউছে নাযায় বুলি জনালে। তেওঁৰ এমাকো পঠিয়াবৰ ইচ্ছা নাছিল, কিন্তু ক'ল পৰিয়ালৰ একান্ত আগ্ৰহৰ বাবেহে তাইক যাবলৈ দিলে। তদুপৰি মিঃ নাইটলে, মিঃ আৰু মিছেছ ৱেষ্টন থাকিব যেতিয়া তেওঁলোকে তাইৰ যত্ন ল'ব বুলি তেওঁ নিশ্চিত হৈছে বাবেহে এমাক বাধা নিদিলে। তাৰ পাছত মিছেছ ৱেষ্টনলৈ চাই তেওঁ ক'লে, "অহ, মিছ টেইলৰ, ... বিয়া নোহোৱাহেঁতেন, তুমিয়ে মোৰ স'তে থাকিলাহেঁতেন।"

"হয় মহাশয়," মি° ৱেষ্টনে মাত লগালে, "যিহেতু মই মিছ টেইলৰক আঁতৰাই আনিছোঁ, সেই ঠাই পূৰণ কৰাৰ দায়িত্বটো মোৰেই আৰু আপুনি যদি ইচ্ছা কৰে মই মিছেছ গডাৰ্ডক অনাৰ ব্যৱস্থা কৰিব পাৰোঁ।"

মি° উদহাউছে মিছেছ গডাৰ্ডৰ সংগ পালে আনন্দিত হ'ব বুলি জনালে। এমাই চিঠি এখন লিখি দিলে জেমছে মিছেছ গডাৰ্ডক দি আহিব পাৰিব বুলি কৈ মি° উদহাউছে এমাক ক'লে যে তাৰ আগতে মি° উদহাউছ যাব নোৱৰা বাবে ভদ্ৰভাৱে ক্ষমা বিচাৰি মিছেছ ক'ললৈ চিঠি এখন লিখি পঠোৱাহে যুগুত হ'ব।

## অধ্যায় ২৬

ফ্ৰেংক চাৰ্চিল উভতি আহিল। লণ্ডনলৈ চুলি কটাবলৈ যোৱা কথাটো চৰ্চা হোৱালে তেওঁৰ কোনো ভ্ৰূক্ষেপ নাছিল। তেওঁ আগৰ দৰেই উৎসাহী আৰু প্ৰাণৱন্ত হৈ থাকিল।

সেই বিশেষ মঙলবাৰটো আহিল—এমাই তেওঁক দীঘলীয়া সময়ৰ বাবে লগ পাব, তেওঁৰ আচৰণ ভালদৰে লক্ষ্য কৰিব পাৰিব। তাইৰ প্ৰতি তেওঁৰ মনোভাব বুজিব পাৰিব, আৰু সিহঁত দুয়োকে একেলগে দেখাৰ পাছত বাকীসকলে কেনেদৰে লক্ষ্য কৰিব—এই সকলোবোৰ বুজিব পাৰিব।

এমাক যথেষ্ট আনন্দিত দেখা গ'ল। দেউতাকক সংগ দিবৰ বাবে মিছেছ বেট্‌ছ আৰু মিছেছ গডাৰ্ড দুয়োগৰাকী অহাত তেওঁলোক তিনিওৰে বাবে নিশাৰ আহাৰৰ ব্যৱস্থা কৰিলে আৰু তেওঁলোকক যথাযোগ্য সন্মান জনাই এমা মি° ক'লৰ ঘৰৰ নৈশভোজলৈ আগ বাঢ়িল।

তাইৰ পিছে পিছে আন এখন বাগী আহি আছিল। সেয়া আছিল মি° নাইট্‌লে। ডনৱেল-এবেৰ মালিক হৈও তেওঁ কেতিয়াবাহে বাগী ব্যৱহাৰ কৰিছিল। মি° নাইট্‌লেই এমাক হাতত ধৰি বাগীৰপৰা নমালে। তেওঁক তেনেদৰে দেখি এমাই আন্তৰিকতাৰে প্ৰশংসা কৰিলে, "আপুনি আজি ভদ্ৰলোকৰ নিচিনাকৈ যেনেদৰে আহিছে, তেনেকৈ আহিব লাগে। মই আপোনাক দেখি অতি আনন্দিত হৈছোঁ।"

এমাক ধন্যবাদ জনাই মি° নাইট্‌লেই ক'লে, "আমি অতি ভাগ্যবান যে দুয়ো একে সময়তে পাইছোঁহি; কাৰণ আমি ভিতৰত লগা-লগি হ'বাহেঁতেন তুমিতো মোক আনদিনাতকৈ বেছি ভদ্রলোক যেন নেদেখিলাহেঁতেন। তুমি নিশ্চয় গমেই নাপালাহেঁতেন মই কেনেদৰে আহিছোঁ।"

"হয়, কিন্তু এতিয়া আপোনাৰ লগত একেটা কোঠালৈ একেলগে যাবলৈ পাই মই সঁচাকৈয়ে সুখী হৈছোঁ।"

মি° নাইট্‌লেৰ লগত ভিতৰলৈ যোৱা এমাই আশা কৰা ধৰণে আন্তৰিক সম্ভাষণ আৰু গুৰুত্ব পালে। তেনেকুৱাতে অহা মি° আৰু মিছেছ বেষ্টনৰপৰাও এমাই সপ্রশংস সম্ভাষণ পালে। ফ্রেংক আহি এমাৰ ওচৰত বহিল।

নৈশভোজত মানুহ ভালেখিনি হৈছিল। ক'ল পৰিয়ালৰ পৰিচিত হাইবেৰিৰ আইনজীৱী মি° কক্সৰ পৰিয়ালকো নিমন্ত্রণ কৰা হৈছিল। তেতিয়াও মিছ বেট্‌ছ, মিছ ফেয়াৰফেক্স, মিছ স্মিথ আদি মহিলাসকল আহিবলৈ আছিল। খোৱা টেবুলত তেওঁলোকৰ মাজত ৰাজনীতি আৰু মি° এল্টনৰ বিষয়ে কথা-বতৰা ওলাল। এমাই অৱশ্যে তাইৰ ওচৰত বহা মিছেছ ক'লে আগ্রহেৰে ক'ব খোজা কথাৰ প্রতিহে মনোযোগ দিবলগীয়া হ'ল। মিছেছ ক'লৰপৰা শুনা কথাখিনিৰ সাৰমৰ্ম এনে আছিল ঃ মিছেছ ক'ল মিছেছ বেট্‌ছৰ ঘৰলৈ ফুৰিবলৈ যাওঁতে তেওঁ তেওঁলোকৰ ঘৰত সুন্দৰ পিয়ানোফ'ৰ্ট এখন দেখা পালে। পিয়ানোফ'ৰ্টখন আগদিনা ব্রডউডৰপৰা আহিছিল। কিন্তু তেওঁলোকক আচৰিত কৰি অহা অপ্রত্যাশিত এই উপহাৰটো ক'ৰপৰা আহিছিল তেওঁলোকে জনা নাছিল। অৱশ্যে তেওঁলোকে পাছত ভাবিলে যে এয়া নিশ্চয় কৰ্ণেল কেম্পবেলৰপৰাই আহিছে। তেওঁলোকৰ লগতে মিছেছ ক'লো প্রত্যয় গৈছিল যে সেয়া নিশ্চয় মি° কেম্পবেলে পঠোৱা উপহাৰ। মিছেছ ক'লে সেইখন দেখি অতিশয় আনন্দিত হ'ল, কাৰণ তেওঁৰ মনত সদায় দুখ আছিল যে জেন ফেয়াৰফেক্সে ইমান সুন্দৰ বজায় আৰু গান গায়, অথচ তাইৰ নিজৰ এখন পিয়ানো নাই। কিন্তু কিমান মানুহৰ ঘৰত যে পিয়ানো একোখন এনেয়ে পৰি থাকে। আনকি তেওঁলোকৰ নিজৰখনেই অব্যৱহৃত হৈ আছে। তেওঁ আশা কৰিলে মিছ উদহাউছে সেই সন্ধিয়াটোত যেন বজাই শুনায়।

মিছ উদহাউছে বিনা প্রতিবাদে তেওঁৰ কথা মানি ল'লে। তেওঁৰ লগত আন কথা পাতিবলৈ নাই বাবে আনফালে বহা ফ্রেংকৰ পিনে ঘূৰিলে।

"তুমি কিয় হাঁহিছা?" এমাই সুধিলে।

"মই নাই হঁহা, তুমি কিয় হাঁহিছা?" মি° ফ্রেংক চাৰ্চিলে উত্তৰ দিলে।



কিন্তু তোমাৰ কথাতে প্ৰমাণিত হৈছে আমাৰ চিন্তাধাৰা একেই।

"মই! ... কৰ্নেল কেম্পবেল ইমান ধনী আৰু ইমান উদাৰ তাকে ভাবি হাঁহিছোঁ। এইটো জেনৰ বাবে এটা বঢ়িয়া উপহাৰ।"

"সঁচাকৈয়ে," ফ্ৰেংকে ক'লে।

"মই বৰং আচৰিত হৈছোঁ—এই উপহাৰটো আগতে নাহিল কিয়?" এমাই সুধিলে।

"সম্ভৱতঃ মিছ ফেয়াৰফেক্স ইমান দীঘলীয়াকৈ হাইবেৰিত থকাকৈ অহা নাছিল বাবে," ফ্ৰেংকে লগে লগে উত্তৰ দিলে।

"অথবা, তেওঁলোকৰ নিজৰ বাদ্যযন্ত্ৰটো—যিটো লণ্ডনত কোনোৱে নোচোৱাকৈ পৰি আছে—হয়তো জেনক বজাবলৈ নিদিব।"

"সেইটো বহুত ডাঙৰ পিয়ানো হ'ব। তেওঁ চাগে সেইটো মিছেছ বেটছৰ ঘৰত ৰাখিবৰ জোখাৰে বহুত ডাঙৰ হ'ব বুলি ভাবিলে," ফ্ৰেংকে ক'লে।

"তোমাৰ যি মন যায় ক'ব পাৰা। কিন্তু তোমাৰ কথাতে প্ৰমাণিত হৈছে আমাৰ চিন্তাধাৰা একেই।"

"মই নাজানো। কিন্তু মই ভাবোঁ প্ৰয়োজনতকৈ তুমি মোক বেছি কৃতিত্ব দিছা। তুমি ইঁহাৰ বাবে ময়ো হাঁহিছোঁ আৰু তুমি সন্দেহ কৰিছা বাবে ময়ো কৰিছোঁ; কিন্তু যদি কৰ্নেল কেম্পবেলে উপহাৰটো পঠিওৱা নাই, কোনে দিছে?"

"মিছেছ ডিক্সনে পঠাইছে বুলি নাভাবা নেকি?"

"মিছেছ ডিক্সন! হ'ব পাৰে। মই বুজিছোঁ---তেৱেঁই হ'ব। মই তোমাক কৈছোঁ·--তোমাৰ সন্দেহেই মোক বাট দেখুৱাই দিছে।"

"যদি সেয়াই হয়, তেন্তে তোমাৰ সেই সন্দেহ মি০ ডিক্সনলৈকো চলাই নিব পাৰা!" এমাই যুক্তি দি ক'লে।

"মি০ ডিক্সন! বঢ়িয়া। নিশ্চয় এইটো মি০ আৰু মিছেছ ডিক্সন দুয়োৰেপৰা অহা উপহাৰ হ'ব। আমি সিদিনা কথা পাতিছিলোঁ নহয়, তেওঁ যে জেনৰ এজন প্ৰশংসক," ফ্ৰেংকে হয়ভৰ দিলে।

"হয়, তুমি সিদিনাখন যি কথা কৈছিলা সেই কথাৰপৰাই মই ইমানদিনে পোষণ কৰি অহা ধাৰণাটো শুদ্ধ বুলি বুজিব পাৰিছিলোঁ। মি০ ডিক্সন নিশ্চয় জেনৰ প্ৰেমত পৰিছে। তেনেকুৱা এটা লজ্জাজনক পৰিস্থিতিৰপৰা হাত সাৰিবৰ বাবেই হয়তো জেন আয়াৰলেণ্ডলৈ যোৱাৰ পৰিবৰ্তে হাইবেৰিলৈ আহিছে। এই প্ৰচণ্ড জাৰৰ দিনত গাঁৱৰ হাৱা-পানীৰ বাবে অহা বুলি কোৱাটো জেনৰ অজুহাতহে।"

"কথাটোৰ সম্ভাৱনা নোহোৱা নহয়।"

"আৰু এবাৰ তেওঁ হেনো তাইৰ জীৱন ৰক্ষা কৰিছে—তুমি শুনিছানে বাৰু সেই কথা?"

"হয়ময়ো আছিলোঁ সেই দলটোত।"

এমাই লগে লগে ক'লে, "সঁচাকৈয়েনে? এৰা! তুমিনো সেইবিলাক কি লক্ষ্য কৰিবা! মই তাত থকাহেঁতেন কিবা এটা যে আছে নিশ্চয় ধৰিব পাৰিলোঁহেঁতেন।... পিয়ানোখনৰ আগমনে মোক সিদ্ধান্ত লোৱাত সহায় কৰিলে। মই অলপহে জানিব খুজিছিলোঁ, আৰু এইখনে মোক বহুত বেছি ক'লে। আমি হয়তো সোনকালেই শুনিবলৈ পাম এইখন যে মিঃ আৰু মিছেছ ডিক্সনৰ উপহাৰ।"

"যদি ডিক্সন পৰিয়ালে এই বিষয়ে একো নাজানো বুলি কয়, তেনেহ'লে আমি ধৰি ল'বই লাগিব যে এই পিয়ানো কেম্পবেল পৰিয়ালৰপৰা অহাই হ'ব," ফ্ৰেংকে ক'লে।

"নাই, মই নিশ্চিত এইখন কেম্পবেলসকলৰপৰা নহয়। মিছ ফেয়াৰফেক্সেও জানে এয়া যে কেম্পবেলসকলৰ উপহাৰ নহয়। তোমাক প্ৰত্যয় জন্মাব নোৱাৰিব পাৰোঁ, কিন্তু, মই প্ৰত্যয় গৈছোঁ যে এই উপহাৰ মিঃ ডিক্সনৰপৰা অহা।"

"মোক প্ৰত্যয় জন্মাব নোৱৰা বুলি কৈ দুখ দিছা। কিন্তু তোমাৰ নিচিনাকৈ ময়ো এইটো প্ৰেমৰ উপহাৰ বুলি ভবাৰ বাহিৰে অন্য কোনো কাৰণ দেখা নাই," ফ্ৰেংকে মানি ল'লে।

কথাটো সঁচা বুলি প্ৰতীয়মান হোৱা যেন বুজা গ'ল, তেনেস্থলত সেই সম্পৰ্কে কথা আগ বঢ়োৱাৰ কোনো যুক্তি নাথাকিল। খোৱা শেষ কৰি তেওঁলোক বহা কোঠালৈ আহিল।

তেনেকুৱাতে বাকীসকল মহিলাও পালেহি। এমাই জেন ফেয়াৰফেক্সক পিয়ানোখন সম্পৰ্কে একো সুধিবলৈ ইচ্ছা নকৰিলে। কোঠাত থকা বাকী মহিলাসকলে সোধাত লাজকুৰীয়া হাঁহি মাৰি "মোৰ অতি ভাল বন্ধু কৰ্নেল কেম্পবেলৰপৰা" বুলি কথাটো তাই সামৰি থ'লে।

অতি সোনকালেই ভদ্ৰলোকসকলো কোঠাটোত সোমাল। প্ৰথমে অহাজনেই আছিল ফ্ৰেংক চাৰ্চিল। সুদৰ্শন ডেকাজনে সোমায়েই মিছ বেট্‌ছ আৰু তেওঁৰ ভাগিনীয়েকক সম্ভাষণ জনালে আৰু তেওঁলোকৰ বিপৰীতে বহি থকা মিছ উদহাউছৰ ওচৰত বহিল। এমাই ভাবিলে কোঠাত উপস্থিত থকাসকলে কি অনুমান কৰিব বাৰু!

তাই তেওঁৰেই সম্পদ, এই কথাটো প্ৰত্যেকে বুজা উচিত। এমাই তেওঁক তাইৰ বান্ধৱী হেৰিয়েট স্মিথৰ সৈতে চিনাকি কৰি দিলে।

এমাই ফ্ৰেংকৰ সৈতে কথা পতাত লাগিল। কথা প্ৰসংগত তাই তেওঁৰপৰা ইয়ৰ্কশ্বায়াৰৰ বিষয়ে, এন্সকম্বৰ বিষয়ে জানিবলৈ বিচাৰিলে। কিন্তু তেওঁৰ উত্তৰৰপৰা তাই অনুমান কৰিলে যে এন্সকম্বত থাকি তেওঁ সন্তুষ্ট নহয়, বৰং হাইবেৰিত থাকিয়ে ভাল পাইছে।

বাকীসকল ভদ্ৰলোক কোঠাটোলৈ অহাত এমাই ফ্ৰেংকৰপৰা তাইৰ দৃষ্টি আঁতৰাই কেইমুহূৰ্তমান মিঃ ক'লৰ লগত কথা পাতিলে। তেওঁ আঁতৰি যোৱাত ফ্ৰেংকলৈ চাই দেখিলে তেওঁ একমনে সিটো মূৰত তেওঁৰ বিপৰীতে বহি থকা মিছ ফেয়াৰফেক্সলৈ চাই আছে।

"কথাটো কি?"

তেওঁ উচাপ খাই উঠিল। "আহ্, মোক বাস্তৱলৈ ঘূৰাই অনাৰ বাবে (তোমাক) ধন্যবাদ। ... মই মিছ ফেয়াৰফেক্সৰ চুলি আঁচোৰাৰ ধৰণটো চাই আছিলোঁ। দেখিবলৈ ইমান যে বেয়া লাগিছে। ৰ'বাচোন, মই গৈ সুধি আহোঁ এইটো বাৰু 'আইৰিছ ফেছন' নেকি। যামনে?... মই যামেই। তাইনো মোৰ কথা কেনে ধৰণে গ্ৰহণ কৰে চাই থাকিবাচোন!"

তেওঁ তৎক্ষণাৎ উঠি গ'ল। এমাই চাই থাকিল যদিও একো দেখা নাপালে। কাৰণ তেওঁ জেনৰ একেবাৰে সমুখত, তাইৰ আৰু জেনৰ মাজত থিয় হৈছিল।

তেওঁ ঘূৰি অহাৰ আগতে মিছেছ ৱেষ্টন আহি এমাৰ কাষত বহিল।

"ডাঙৰ পাৰ্টিবিলাকত এইটোৱে সুবিধা। প্ৰত্যেকে প্ৰত্যেকৰ ওচৰলৈ যাব পাৰে।... মোৰ মৰমৰ এমা, তোমাক কথা এটা ক'ব খুজিছোঁ। তুমি বাৰু জানানে— মিছ বেট্‌ছ আৰু তেওঁৰ ভাগিনীয়েক ইয়ালৈ কেনেকৈ আহিছে।"

"কেনেকৈ? তেওঁলোকক নিমন্ত্ৰণ কৰিছে; নাই কৰা জানো?"

"অঁ কৰিছে—কিন্তু কেনেকৈ আহিছে তাকেহে কৈছোঁ।"

"খোজ কাঢ়ি আহিব, নহ'লে কেনেকৈ আহিব।"

"ঠিকেই। অলপ আগতে মই ভাবিলোঁ যে এই ঠাণ্ডাগনত তেওঁলোক কেনেকৈনো যাব, আমাৰ বাগীখনে প্ৰথমতে তেওঁলোকক থৈ আহিব আৰু পাছত আমাক লৈ যাব। কথাটো মই মিঃ ৱেষ্টনক ক'লোঁ। তেওঁ শলাগিলে। কথাটো মই মিছ বেট্‌ছক ক'বলৈ গ'লোঁ। তেওঁ কি ক'লে জানানে? মোক অলেখ ধন্যবাদ জনাই তেওঁ ক'লে যে তেওঁলোক যথেষ্ট সৌভাগ্যবান। মিঃ নাইটলেই হেনো তেওঁলোকক লৈ আহিছে আৰু

থৈও যাব। তাৰ মানে মিঃ নাইট্‌লেই বাগী নিজৰ বাবে অনা নাই, তেওঁলোকৰ বাবেহে আনিছে। কথাটো ভাবি ভাবি মই এইটোৱে পালোঁ যে মিঃ নাইট্‌লে চাগে মিছ ফেয়াৰফেক্সৰ প্ৰেমত পৰিছে।"

এমাই কোনোপধ্যেই মিছেছ ৱেষ্টনৰ এই কথা মানি ল'ব নোৱাৰিলে। ওলোটাই মিছেছ ৱেষ্টনেনো এই কথা কেনেকৈ ভাবিব পাৰিলে তাকে ভাবি আচৰিতহে হ'ল। নাইট্‌লেই কেতিয়াও এইটো কৰিব নোৱাৰে। কণমানি হেনৰিৰ প্ৰাপ্যৰপৰা তাক তেওঁ বঞ্চিত কৰিব নোৱাৰে। তেওঁ বিয়া কৰোৱা কথাটোত তাই কেতিয়াও মান্তি হ'ব নোৱাৰে।

"মিঃ নাইট্‌লেই বিয়া কৰাব নিবিচাৰে। মই নিশ্চিন্ত, এই সম্পৰ্কে তেওঁৰ কোনো ইচ্ছা নাই। এতিয়া তেওঁ যিদৰে আছে তেনেকৈয়ে তেওঁ এজন সুখী মানুহ। তেওঁ কেলেই বিয়া কৰাব?"

"মৰমৰ এমা, যেতিয়ালৈকে তেনেদৰে ভাবা ঠিকেই আছে, কিন্তু তেওঁ যদি সঁচাকৈয়ে মিছ ফেয়াৰফেক্সক ভাল পায়—"

"কেতিয়াও নহয়। তেওঁ সিহঁতৰ পৰিয়ালৰ ভালৰ বাবে কিবা কৰিব পাৰে; কিন্তু—" এমাই উত্তৰ দিলে।

মিচিকিয়াই হাঁহি মিছেছ ৱেষ্টনে উত্তৰ দিলে, "সম্ভৱতঃ তেওঁ সিহঁতৰ বাবে কৰিব পৰা আটাইতকৈ ভালটোৱেই হ'ব জেন ফেয়াৰফেক্সক এখন সন্মানিত ঘৰ দিয়াটো।"

মিছেছ ৱেষ্টনে পিয়ানোখন মিঃ নাইট্‌লেৰ জেনলৈ উপহাৰ বুলি ক'বলৈ বিচাৰিলে যদিও এমাই মানি ল'ব নোৱাৰিলে। কাৰণ, এমাই জানে মিঃ নাইট্‌লেই কেতিয়াও ৰহস্যজনকভাৱে কোনো কাম নকৰে। কিবা দিলে তেওঁ খোলাকৈয়ে কৈ দিব।

তেওঁলোকে কথা পাতি থাকোঁতে চাহৰ পৰ্ব শেষ হ'ল আৰু সংগীত শুনিবৰ বাবে সকলো সাজু হ'ল। মিঃ ক'ল আহি মিছ উদহাউছক বজাবলৈ অনুৰোধ কৰিলে।

তাই নিজৰ সামৰ্থ্যেৰে সুন্দৰকৈ গীত পৰিৱেশন কৰি সকলোকে আপ্যায়িত কৰিলে। মাজতে ফ্ৰেংক চাৰ্চিল আহি এমাক আচৰিত কৰি তাইৰ লগত একেলগে গীত পৰিৱেশন কৰিলে। যদিও তেওঁ সংগীতৰ বিষয়ে একো নাজানে বুলি ডাঠি কৈছিল— সেয়া সঁচা নহয় বুলি প্ৰমাণিত হ'ল। সিহঁতে আকৌ একেলগে এটা গীত গালে। তাৰ পাছত এমাই জেন ফেয়াৰফেক্সৰ বাবে সেই ঠাই এৰি দিলে। এমাই মানি ল'লে যে গোৱা আৰু বজোৱা উভয় ক্ষেত্ৰতে জেন তাইতকৈ ওপৰত।

মিশ্রিত অনুভৱেৰে অকণমান আঁতৰত বহি এমাই সংগীত উপভোগ কৰিলে। ফ্রেংক চাৰ্চিলে আকৌ গান গালে। এইটো বুজা গ'ল যে ৱেমাউথত দুয়ো একেলগে গান গায়। মিং নাইট্‌লেই অতি মনোযোগেৰে গান শুনি থকা দেখি মিছেছ ৱেষ্টনৰ সন্দেহৰ কথাটো এমাৰ মনলৈ আহিল। তেওঁ যদি জেনক বিয়া কৰায়, তেন্তে সেয়া মিং জন নাইট্‌লে আৰু ইজাবেলাৰ বাবে অতি হতাশজনক কথা হ'ব। এমা আৰু তাইৰ দেউতাকেও প্ৰতিদিনে পোৱা সংগীজন হেৰুৱাব। জেন ফেয়াৰফেক্স ডনৱেল এবেত থকা কথাটো তাই কোনোপ্ৰকাৰে সহ্য কৰিব নোৱাৰিব।... নাই নাই, মিং নাইট্‌লেই নিশ্চয় বিয়া নকৰায়।

মিং নাইট্‌লেই পিছলৈ চাওঁতে এমাক দেখা পাই তাইৰ ওচৰতে বহিলহি। প্ৰথমতে সিহঁতে জেনৰ সংগীতৰ কথা পাতিলে। লাহেকৈ তাই মিছ বেট্‌ছ আৰু ভাগিনীয়েকৰ প্ৰতি তেওঁৰ সহায়ৰ কথা কৈ জেনে উপহাৰ পোৱা পিয়ানোখনৰ কথা উলিয়ালে। মিং নাইট্‌লেৰ কথা-বতৰাৰপৰা এমাই বুজি পালে যে এই উপহাৰ দিয়া ব্যক্তিজন তেওঁ নহয়। বৰং তেৰোঁ এইখন কৰ্নেল কেম্পবেলে পঠোৱা বুলিয়েই ভাবে।

সেই মুহূৰ্তৰপৰা এমা নিশ্চিত হ'ল যে পিয়ানোখন মিং নাইট্‌লেই পঠোৱা নাই, কিন্তু তেওঁৰ এই বিশেষ সম্বন্ধটো সম্পৰ্কে তাই দোদুল্যমান অৱস্থাত ৰ'ল।

গান শেষ হোৱাৰ পাছত ঠাই উলিয়াই নাচৰ ব্যৱস্থা কৰা হ'ল। ফ্রেংক চাৰ্চিলে আহি নাচিবৰ বাবে এমাৰ হাত বিচাৰিলে।

বাকীবিলাক যোৰ পাতি অহালৈ বাট চাই থাকি এমাই মিং নাইট্‌লেৰ ওপৰত চকু ৰাখিলে। তেওঁ সাধাৰণতে নানাচে, যদি তেওঁ জেন ফেয়াৰফেক্সৰ সৈতে জড়িত, তেন্তে নিশ্চয় তাইৰ লগতে নাচিব। কিন্তু তেনে কোনো আয়োজন দেখা নগ'ল। নাই, তেওঁ মিছেছ ক'লৰ লগতহে কথা পাতি আছে—নাচলৈ কোনো কাণসাৰ নাই; জেনক আন কোনোবাইহে মাতিছে।

এমাই হেনৰিৰ বাবে চিন্তিত হোৱাৰ কাৰণ নেদেখিলে।

## অধ্যায় ২৭

মিঃ ক'লৰ নৈশভোজলৈ যোৱাৰ বাবে এমাৰ কোনো অনুতাপ নাছিল। আচলতে তাৰপৰা তাই বহুতো আনন্দদায়ক স্মৃতিহে আনিলে। নিজৰ সংগীত পৰিৱেশনক লৈ এমা সন্তুষ্ট হ'ল। তথাপিও দুটা কথাৰ বাবে তাইৰ মনলৈ অনুশোচনাৰ ভাব এটা আহিল। অবিবেচকৰ দৰে জেন ফেয়াৰফেক্সৰ প্ৰতি কৰা তাইৰ সন্দেহ মিঃ ফ্ৰেংক চাৰ্চিলৰ আগত ব্যক্ত কৰাৰ বাবে আৰু জেন ফেয়াৰফেক্স যে তাইতকৈ অধিক পাৰদৰ্শী সেই কথাটো, দুখেৰে সৈতে হ'লেও, মানি ল'বলগীয়া হোৱা বাবে। সৰুকালত এলাহৰ বাবে ভালদৰে সংগীত আয়ত্ত নকৰাৰ বাবে তাই অনুতপ্ত হ'ল আৰু এতিয়া তাই ডেৰ ঘণ্টা ধৰি সংগীতৰ অনুশীলন কৰি থাকিল।

তেনেকুৱাতে হেৰিয়েট অহাত তাইৰ অনুশীলনত বাধা পৰিল।

"আহ, মই যদি আপোনাৰ বা জেন ফেয়াৰফেক্সৰ নিচিনাকৈ বজাব পাৰিলোঁহেঁতেন!"

"আমাক একে বুলি নক'বা হেৰিয়েট। মোৰ বজোৱাটো জেনৰ নিচিনা নহয়, সূৰ্য্যৰ পোহৰৰ আগত এগছি বন্তিৰ নিচিনা," এমাই ক'লে।

"নহয় দেই, মই ভাবোঁ আপোনালোক দুগৰাকীৰ ভিতৰত আপুনিহে ভাল বজাইছে। ইমানদিনে শুনি থকাৰ বাবে মই জানো। তদুপৰি যোৱা নিশা সকলোৱে সেই কথা কৈছে," হেনৰিয়ে ক'লে।

"যিয়ে সংগীতৰ বিষয়ে ভালদৰে জানে তেওঁলোকে পাৰ্থক্যটো ধৰিব পাৰিব। প্ৰকৃত সত্যটো হ'ল মই ভালেই বজাইছোঁ, কিন্তু জেন ফেয়াৰফেক্সৰ পৰিৱেশন তাতকৈও ভাল।"

"আপোনালোকৰ মাজত যদি কিবা পাৰ্থক্যও আছে কোনোৱে ধৰিব পৰা নাই। কিন্তু আপোনাৰ ৰুচি যে বহুত ভাল সেই কথা মিঃ ক'ল আৰু মিঃ ফ্ৰেংক চাৰ্চিলে কৈছে। আৰু সুৰিচিৰ মূল্য ভাল বজোৱাতকৈ বহুত বেছি।"

"কিন্তু জেন ফেয়াৰফেক্সৰ সেই দুয়োটাই আছে, হেৰিয়েট।"

"আপুনি সঁচাকৈয়ে কৈছেনে? তেওঁ গান গোৱা মই শুনিছোঁ, কিন্তু তেওঁৰ যে ৰুচি ভাল মোৰ তেনে লগা নাই। কোনোৱে সেই বিষয়ে কোৱা শুনাও নাই। এই ইটালিয়ান গানবোৰ মই একেবাৰেই ভাল নাপাও, শব্দবোৰো বুজা নাযায়। আৰু জেনে ভাল বজাবও লাগিব, কাৰণ পাছত তেওঁতো শিকাবও লাগিব। কক্স পৰিয়ালৰ মহিলাসকলে কালি তাকেই কৈছিল যে জেনে বাৰু ভাল পৰিয়াল পাবনে? তেওঁলোকে

মোক ক'লে যোৱা শনিবাৰে কিবা কামত মি০ মাৰ্টিন হেনো তেওঁলোকৰ ঘৰলৈ গৈছিল। আৰু তাতেই নিশাৰ আহাৰ কৰিলে। তেওঁলোকে মি০ মাৰ্টিনৰ যথেষ্ট প্ৰশংসা কৰিছে," হেনৰিয়ে ক'লে।

এমাই কক্স পৰিয়ালৰ ছোৱালীহঁতক ভাল নুবুলিলে।

হেৰিয়েট ফ'ৰ্ডৰ দোকানলৈ যাবলৈ ওলোৱাত এমাও লগতে যাবলৈ ওলাল। কাৰণ হেৰিয়েটে পুনৰ ৰবাৰ্ট মাৰ্টিনক লগ পোৱাটো তাই নিবিচাৰে। দুয়ো দোকান পালেগৈ। হেৰিয়েটে বস্তু চাই থাকোঁতে এমা বাহিৰত বৈ ৰাস্তাৰে অহা-যোৱা কৰা মানুহবোৰ চাই আছিল।

ৰেণ্ডেল্‌ছৰ পিনৰপৰা অহা ৰাস্তাটোলৈ চাওঁতে তাই দেখিলে—মিছেছ ৱেষ্টন আৰু ফ্ৰেংক দুয়ো হাইবেৰিলৈ—সম্ভৱ হাৰ্টফিল্ডলৈ আহিছে। তেওঁলোক মিছেছ বেট্‌ছৰ পদূলিমূৰত ৰ'ল। তেনেকুৱাতে এমাক দেখা পাই দুয়ো ৰাস্তাটো পাৰ হৈ এমাৰ ওচৰলৈ আহিল। মিছেছ ৱেষ্টনে এমাক জনালে যে তেওঁলোক মিছেছ বেট্‌ছৰ ঘৰলৈ আহিছে।

"ফ্ৰেংকে ক'লে মই হেনো কালি তেওঁলোকৰ পিয়ানোখন চাবলৈ আহিম বুলি কথা দিছিলোঁ, মই পাহৰিয়ে গৈছিলোঁ। এওঁ মনত পেলাই দিলে, সেয়ে আহিছোঁ।"

"মিছেছ ৱেষ্টন তাৰপৰা উভতি অহালৈ মই তোমালোকৰ ঘৰত—হাৰ্টফিল্ডতে অপেক্ষা কৰোঁ ব'লা," ফ্ৰেংকে ক'লে।

মিছেছ ৱেষ্টন হতাশ হ'ল। তেওঁ ক'লে, "মই আকৌ তুমিও মোৰ লগত যাবা বুলি ভাবিছিলোঁ, তেওঁলোকে বৰ ভাল পাব, ব'লা।"

"মই! তালৈ গৈনো মই কি কৰিম—অৱশ্যে ইয়াতেনো মই কি কৰিম? মিছ উদহাউছে চাগে মই লগত থকাটো বিচৰা নাই। মোৰ মামীদেৱেও বজাৰ কৰিবলৈ গ'লে মোক আঁতৰাই পঠায়।"

"নাই, মোৰ ইয়াত একো কাম নাই। মই মোৰ বান্ধৱীৰ বাবেহে বৈ আছোঁ। তেওঁৰ বস্তু কিনা হ'লেই আমি ঘৰলৈ যাম। তুমি মিছেছ ৱেষ্টনৰ লগত যোৱাই ভাল।"

"আহা, মোৰ লগত আহা, আমি বেছিপৰ নবহোঁ। তাৰপৰা আমি হাৰ্টফিল্ডলৈ যাম। তেওঁলোকক তাতে লগ পাম," মিছেছ ৱেষ্টনে ক'লে।

তেওঁ একো নক'লে। আৰু মিছেছ ৱেষ্টনৰ লগত মিছ বেট্‌ছৰ ঘৰলৈ যোৱাৰ পুৰস্কাৰ হিচাবে হাৰ্টফিল্ডলৈ যাব পাৰিব বুলি আশা কৰিলে। তেওঁলোক যোৱাৰ পাছতে এমা হেৰিয়েটৰ ওচৰলৈ গ'ল।

হেৰিয়েটৰ কাম প্ৰায় শেষ হৈছেই, তেনেতে তাই পিছফালৰপৰা কোনোবাই মতা

শুনিলে। মিছ বেট্‌ছ আৰু মিছেছ বেষ্টন তেওঁলোকক লগ পাবলৈ আহিছে। কুশল বাৰ্তা বিনিময় কৰাৰ পাছত মিছ বেট্‌ছে এমা আৰু হেৰিয়েটক তেওঁলোকৰ ঘৰলৈ আহিবলৈ অনুৰোধ কৰিলে।

তেওঁলোকৰ ঘৰ পোৱালৈ মিছ বেট্‌ছে অনৰ্গল কথা কৈ গ'ল। তেওঁৰ কথাৰপৰা এমাই জানিব পাৰিলে যে ফ্ৰেংক চাৰ্চিলে এমা তালৈ অহাটো বিচাৰিছে। তেওঁ নিজেই কোনোবা এগৰাকীৰ সৈতে মাতিবলৈ অহাৰ কথা আছিল; কিন্তু মিছেছ বেট্‌ছৰ চছমাযোৰৰ খিলি এটা এৰাই গৈছে। তেওঁ তাকে ঠিক কৰি আছে, সেয়ে তেওঁলোক দুয়ো আহিল। বাদ্যযন্ত্ৰটোৰ ক্ষেত্ৰত মিছ উদহাউছৰ মতামত মূল্যৱান হ'ব, সেয়ে ফ্ৰেংকে তেওঁক মাতিবলৈ দিছে।... মিঃ নাইট্‌লেই তেওঁলোকলৈ আপেল পঠিওৱাৰ কথা, ইত্যাদি এশ এবুৰি কথাৰ শেষত তেওঁলোক গৈ মিছ বেট্‌ছৰ ঘৰৰ দুৱাৰমুখত উপস্থিত হ'লগৈ।

## অধ্যায় ২৮

তেওঁলোক সোমাওঁতে বহা কোঠাটো শান্ত হৈ আছিল। আনদিনা থকাৰ নিচিনাকৈ মিছেছ বেট্‌ছ জুইৰ কাষত বহি কলমটিয়াই আছিল। তেওঁৰ ওচৰতে বহি ফ্ৰেংক চাৰ্চিলে তেওঁৰ চছমাযোৰ ঠিক কৰি আছিল আৰু জেনে তাইৰ বাদ্যযন্ত্ৰটোৰ ওচৰত দুৱাৰৰ পিনে পিঠি দি থিয় হৈ আছিল।

এমাক পুনৰ দেখা পাই ব্যস্ত হৈ থকা ডেকাজনৰ মুখত আনন্দিত হোৱাৰ চিন প্ৰকাশ পালে।

তেওঁৰ কামটো শেষ নোহোৱা দেখি মিছেছ বেষ্টন আচৰিত হ'ল। কিন্তু ফ্ৰেংকে জনালে যে তেওঁ একেৰাহে কামটো কৰি থকা নাই। ইয়াৰ মাজতে তেওঁ পিয়ানোখন ঠিকে-ঠাকে বহুওৱাত মিছ ফেয়াৰফেক্সকো সহায় কৰিছে। মজিয়াখন অসমান বাবে বহুত অসুবিধা হৈছে।

তেওঁ এমাক ওচৰত বহিবলৈ জোৰ কৰিলে। জেন ফেয়াৰফেক্স পিয়ানোৰ সমুখত বহিল। জেন তৎক্ষণাৎ সাজু হ'ব নোৱৰা কথাটোত এমাই সন্দেহ কৰিলে যে যিহেতু বাদ্যযন্ত্রটোৰ লগত তাইৰ আৱেগ জড়িত হৈ আছে, সেইবাবে হয়তো তাই বজাব পৰা নাই। আৰু এনেকুৱা অনুভূতিৰ বাবে এমাই তাইক পুতৌ নকৰি নোৱাৰিলে। কিন্তু তাই মন দৃঢ় কৰিলে যে এই কথা তাই ওচৰত থকাজনক কেতিয়াও জানিবলৈ নিদিয়ে।

অৱশেষত জেনে বজাবলৈ আৰম্ভ কৰিলে। তাই বজোৱা শুনি মিছেছ বেষ্টন অতি আনন্দিত হ'ল। এমাইও তেওঁৰ লগতে জেন আৰু বাদ্যযন্ত্রটোৰ উচ্চ প্ৰশংসা কৰিলে।

"কৰ্নেল কেম্পবেলে বৰ ধুনীয়া এই পিয়ানোখন পছন্দ কৰিছে দেই। ৱেমাউথত তেওঁৰ ভাল ৰুচিৰ কথা সকলোৱে জানে," ফ্ৰেংকে ক'লে। তাৰ পাছত জেনলৈ চাই তেওঁ ক'লে, "মিছ ফেয়াৰফেক্স, আয়াৰলেণ্ডত থকা তোমাৰ বন্ধুসকলে বাদ্যযন্ত্রটো তোমাৰ হাতত পৰা বুলি জানি নিশ্চয় অতি আনন্দিত হ'ব।"

চছমাযোৰ ঠিক হোৱাত মিছেছ বেট্ছলৈ আগ বঢ়াই দি তেওঁ ক'লে, "আপোনাৰ চছমাযোৰ ঠিক কৰি দিব পাৰি মই অতি আনন্দিত হৈছোঁ।"

মাক-জীয়েক দুয়ো তেওঁক হিয়াভৰা ধন্যবাদ জনালে। তেওঁ জেনৰ ওচৰলৈ গৈ তাইক কিবা এটা বজাবলৈ কোৱাত তাই বজাবলৈ ল'লে।

"এজনক সুখী কৰিব পৰা এই সুৰটো পুনৰ শুনিবলৈ পাই পৰম আনন্দিত হ'লোঁ। যদি মোৰ ভুল হোৱা নাই, এইটো গানতে ৱেমাউথত আমি নাচিছিলোঁ নহয়নে?"

এমাই এক মুহূৰ্তৰ বাবে ফ্ৰেংকলৈ চালে। তাই লাজত ৰঙা পৰি উঠিল আৰু বেলেগ এটা বজাবলৈ ল'লে।

ফ্ৰেংকে পিয়ানোৰ ওচৰত থকা গীতৰ কিতাপ কিছুমান আনি এমাক দেখুৱাই ক'লে, "এইটো মোৰ বাবে সম্পূৰ্ণ নতুন। তুমি জানা নেকি? এয়া আইৰিছ সংগীতৰ নতুন ভাগ। এই সকলোবোৰ বাদ্যযন্ত্রটোৰ লগতে পঠিয়াইছে। কৰ্নেল কেম্পবেলে জেনৰ বাবে কিমান যে ভাবে, নহয়নে বাৰু? তেওঁ জানে যে মিছ ফেয়াৰফেক্সৰ ইয়াত এনেকুৱা একো নাই। এই ক্ষেত্ৰত মই কৰ্নেল কেম্পবেলৰ প্ৰতি বিশেষভাৱে সন্মান জনাওঁ। তেওঁ যিটো কৰিছে অন্তৰৰপৰাই কৰিছে। এই কথাটোৱে অন্তৰত সঁচা মৰম থকা কথাটোকে প্ৰমাণ কৰে।"

এমাই তেওঁ কোৱা কথাবোৰত আমোদ পালে যদিও বেছিকৈ একো নোকোৱাই ভাল বুলি ভাবিলে। গীতৰ কিতাপবোৰ এমাৰ হাতত দি ওচৰতে বহা ফ্ৰেংকক এমাই ফুচফুচাই ক'লে, "তুমি কথাবোৰ ইমান খোলাকৈ কৈছা, তাই বুজি পাব।"

"বুজি পোৱাটোকে মই কামনা কৰোঁ। মোৰ কথাৰ অৰ্থবোৰৰ বাবে মই কোনো লজ্জাবোধ নকৰোঁ।"

"মই কিন্তু সঁচাকৈয়ে লাজ পাইছোঁ। আৰু ভাবিছোঁ সন্দেহৰ এই ধাৰণাটো নকৰাই ভাল আছিল," এমাই ক'লে।

"তুমি এই ধাৰণাটো কৰা দেখি আৰু কথাটো মোকো কৈছা বাবে মই সুখী হৈছোঁ। যদি অই ভুল কৰিছে, তাই লাজ পোৱা উচিত," ফ্ৰেংকে ক'লে।

"তাই নিশ্চয় লাজ পাইছে, মোৰ তেনেকুৱাই লাগিছে।"

"মই কিন্তু তাই লাজ পোৱাৰ কোনো চিন দেখা নাই। তাই যে এইটো বজাইছে, ক্ৰ'মাৰৰ এই সুৰটো তেওঁৰ বৰ প্ৰিয়।"

তেনেকুৱাতে মিছ বেট্‌ছে ঘোঁৰাত উঠি মিঃ নাইট্‌লে পাৰ হৈ যোৱা খিৰিকিৰে দেখা পালে। ঠাণ্ডা বতাহ সোমাব বুলি সেই খিৰিকিখন খুলিব নোৱাৰি মাকৰ কোঠালৈ গৈ তেওঁক চিএৰি তেওঁলোকৰ ঘৰলৈ আহিবলৈ অনুৰোধ কৰিলে। তেওঁলোকৰ কথাৰ প্ৰতিটো শব্দ ইটো কোঠাত থকাসকলে স্পষ্টকৈ শুনা পালে।

মিঃ নাইট্‌লেই মিছ ফেয়াৰফেক্সৰ খবৰ ল'লে। তেওঁ কিংষ্ট'নলৈ যাবলৈ আহিছে, তেওঁলোকৰ বাবে কিবা আনিব লাগিব নেকি সুধিলে।

ধন্যবাদ জনাই মিছ বেট্‌ছে জনালে যে তেওঁলোকক একো নালাগে, খন্তেক সময়ৰ বাবে তাই তেওঁক ভিতৰলৈ মাতিলে। মিছ উদহাউছ আৰু মিছ স্মিথ থকাৰ কথা কোৱাত তেওঁ পাঁচ মিনিটৰ বাবে আহিবলৈ মন কৰিলে যদিও মিছেছ ৱেষ্টন আৰু ফ্ৰেংক চাৰ্চিল থকা বুলি কোৱাত তেওঁ নাহিল আৰু কিংষ্ট'নলৈ বাট ল'লে।

মিছ বেট্‌ছে তেওঁ পঠিওৱা আপেলৰ বাবে ধন্যবাদ জনালে যদিও সেয়া শুনিবলৈ মিঃ নাইট্‌লে নৰ'ল! ইটো কোঠালৈ আহি মাহীয়েকে মিঃ নাইট্‌লেৰ লগত হোৱা কথা-বতৰাৰ আভাস দিব খোজাত জেনে ক'লে, "হয়, আমি তেওঁৰ কথা সকলোবোৰ ভালদৰে শুনিছোঁ।"

"অঁ ঠিকেইতো, শুনিবাই, কাৰণ দুৱাৰখন খোলা আছিল আৰু মিঃ নাইট্‌লেই ডাঙৰকৈ কথা কৈছিল।... অ'। মিছ উদহাউছ, যাবলৈ উঠিলা নেকি? অহাৰ বাবে অলেখ ধন্যবাদ।"

# অধ্যায় ২৯

হাইবেৰিত এবাৰ নাচৰ পাৰ্টিত যোগ দিয়াৰ পাছত ফ্ৰেংকৰ চাৰ্চিলৰ আকৌ নচাৰ স্পৃহা জন্মিল। সেয়ে মিঃ উদহাউছ আৰু মিছ উদহাউছ কিছু সময়ৰ বাবে ৰেণ্ডেলছলৈ অহাৰ দিনা ফ্ৰেংক আৰু এমা দুয়ো লগ লাগি নাচৰ আঁচনি এখন কৰিলে। প্ৰথম চিন্তাটো আছিল ফ্ৰেংকৰ। মিঃ ৰেষ্টনে অতি আনন্দেৰে পুতেকৰ লগত একমত হ'ল। কথাটো শুনি মিছেছ্ ৰেষ্টনো আগ্ৰহী হ'ল।

মিছ উদহাউছ, মিছ স্মিথ, মিছ ফেয়াৰফেক্স, কক্স পৰিয়ালৰ দুজনী গাভৰুক লৈ মুঠতে পাঁচোটা যোৰা হ'ব। কিন্তু সমস্যাটো হ'ল পাঁচোটা যোৰাৰ বাবে সেই কোঠাটো সৰু হ'ব। অকল পাঁচটা যোৰাকহে নাচিবলৈ দিবনে?—সেই মুহূৰ্তত বাকীসকলৰো কোনোবাই নাচিব পাৰে। মুঠতে দহোটামান যোৰা হ'বগৈ আৰু আটাইৰে বাবে এই কোঠাত নচা সম্ভৱ নহ'ব। মাজত কৰিড'ৰটো থাকিব, দুয়োফালৰ দুটা কোঠা লোৱাৰ কথা চিন্তা কৰা হ'ল যদিও সেই চিন্তাও বাদ দিবলগীয়া হ'ল।

দুপৰীয়াৰ আগতে ফ্ৰেংক উপস্থিত হ'ল। এমোকোৰা সতেজ হাঁহি লৈ এমাৰ কোঠাত সোমোৱা ফ্ৰেংকে জনালে যে যদিহে এমা আৰু মিঃ উদহাউছৰ কোনো আপত্তি নাথাকে, তেন্তে 'ক্ৰাউন ইন'ত নাচৰ আয়োজন কৰাৰ কথা ভাবিছে। প্ৰথম দুটা নাচ এমাৰ লগতে নাচিবৰ বাবে তেওঁ এমাৰ হাত বিচাৰিলে।

এমাই জনালে যে তাইৰ কোনো আপত্তি নাই আৰু মিঃ আৰু মিছেছ ৰেষ্টনৰ আপত্তি নাথাকিলে আন কাৰো আপত্তি থাকিব নালাগে। তাই প্ৰস্তাৱটোত অতি সুখী হৈছে বুলি জনালে। আৰু দেউতাকৰ মতামত জানিব বিচাৰিলে।

অৱশ্যে মিঃ উদহাউছৰ মতে এইটো অতি বেয়া আঁচনি, কিয়নো ইনৰ ভিতৰখন অতি সেমেকা আৰু বিপদজনক, কাৰণ তাত ৰ'দ-বতাহ ভালদৰে চলাচল নকৰে। তাতকৈ ৰেণ্ডেলছৰ কোঠা এটাই ভাল, তাত ঠাণ্ডা লগাৰ ভয় নাই বুলি তেওঁ মন্তব্য আগ বঢ়ালে।

এই লৈ ভালেমান পৰ কথা-বতৰা হোৱাৰ পাছত মিছেছ ৰেষ্টন আছে যেতিয়া চিন্তা কৰিবলগীয়া একো নাই বুলি এমাই দেউতাকক সৈমান কৰালে।

ফ্ৰেংক চাৰ্চিলে জনালে যে মিঃ আৰু মিছেছ ৰেষ্টন তালৈ আহিছে আৰু তেওঁলোকে সকলোখিনি চাব। তেওঁ এমাৰ মতামত জানিবৰ বাবে ইয়ালৈ আহিছে আৰু যদি এমাৰ বাবে সম্ভৱ হয় তালৈ গৈ পৰামৰ্শ দিবহি বুলি দুয়োজনে আশা কৰিছে।

আলোচনাৰ বাবে তেনেদৰে মতাত এমা অতিশয় সুখী হ'ল। ফ্ৰেংকৰ লগত তাই ক্ৰাউন পালেগৈ। এমাক দেখি মিঃ আৰু মিছেছ্ ৱেষ্টন আনন্দিত হ'ল। তেওঁলোক আটায়ে একেলগে নাচৰ কোঠাটো চালেগৈ। খোৱাৰ বাবে কোনটো কোঠা ল'ব, খেলৰ বাবে কোনটো ল'ব চাই-মেলি সকলো ঠিক-ঠাক কৰিলে।

তেনেকুৱাতে ফ্ৰেংকে কথাটো উলিয়ালে যে ওচৰ-চুবুৰীয়া আৰু দুই-এঘৰৰ যেনে ক'ল পৰিয়াল, মিঃ বেট্‌ছ আদিৰ মতামত লোৱা ভাল। বহুতক নামাতি মিছ বেট্‌ছক মাতিবলৈকে ঠিক কৰা হ'ল। অলপ ইতস্ততঃ কৰি মিছেছ ৱেষ্টনে মাতিবলৈ ক'লে। এমাই অৱশ্যে এই বিষয়ে তেওঁৰ লগত আলোচনা কৰাৰ কোনো যুক্তি নেদেখিলে। মিঃ ৱেষ্টনে ফ্ৰেংকক সমৰ্থন কৰিলে আৰু মিছ বেট্‌ছৰ লগতে জেন ফেয়াৰফেক্সকো মাতিবলৈ ক'লে। ফ্ৰেংক গৈ তেওঁলোকক মাতি আনিলে। ইতিমধ্যে সকলো ঠিক-ঠাক হৈছিলেই। তেওঁলোক অহাত আধা ঘণ্টামান ইফালে-সিফালে ঘূৰি ফুৰি কোঠাবোৰ চালে আৰু দুই-এটা দিহা পৰামৰ্শ আগ বঢ়ালে। সকলো ঘৰাঘৰি যাবলৈ ওলাওঁতে ফ্ৰেংক চাৰ্চিলে সেই বিশেষ নিশাটোৰ প্ৰথম দুটা নাচ তেওঁৰ লগত নাচিবৰ বাবে এমাক সন্মত কৰালে।

কথাটো শুনি মিঃ ৱেষ্টনে ঘৈণীয়েকক ফুচফুচাই ক'লে, "তেওঁ এমাক সুধিছে, বঢ়িয়া, মই জানোৱেই।"

## অধ্যায় ৩০

এমাৰ বাবে সন্তুষ্টিজনক বলনাচৰ আশাৰ মাথোন এটা কথাই বাকী আছিল—ফ্ৰেংক চাৰ্চিল হাইবেৰিত থকা দিনকেইটাৰ ভিতৰতে দিনটো ঠিক হোৱাটো। মিঃ ৱেষ্টনৰ বিশ্বাস থকাৰ বিপৰীতে এমাই ভাবিছিল যে মামীয়েকে ফ্ৰেংক এক পষেকতকৈ এদিনো বেছিকৈ থাকিবলৈ নিদিব। সকলো আয়োজন হোৱালৈ কেইদিনমানৰ প্ৰয়োজন আছিল্। তৃতীয়টো সপ্তাহ সোমোৱালৈ একোৱেই সম্পূৰ্ণ হোৱা নাছিল।

মিং নাইট্‌লেই এই নাচৰ কথা জানিব পাৰি বিৰক্তি প্ৰকাশ কৰিলে। হয়তো তেওঁ নিজে নানাচে, সেইবাবে; নহ'লে হয়তো নাচৰ আঁচনি কৰোঁতে তেওঁৰপৰা কোনো পৰামৰ্শ নল'লে, সেইবাবে। এমাই তেওঁৰ আগত কথাটো উলিয়াওঁতে তেওঁ ক'লে, "ভাল কথা, যদি ৱেষ্টনসকলে ভাবিছে কেইঘণ্টামানৰ এই হুলস্থুলীয়া আমোদটো ভাল, তেনেহ'লে কোনো কথা নাই। ইয়াৰ বিৰুদ্ধে মোৰ ক'বলৈ একো নাই। অঁ মই যাম, তালৈ নোযোৱাকৈ নাথাকোঁ, কিন্তু এইটোও স্বীকাৰ কৰোঁ ঘৰত থাকিয়ে মই বেছি ভাল পাম। নাচ চাই মই একো আমোদ নাপাওঁ। আচলতে মই নাচাৰেই—কোনে চায় নাজানো, আৰু যিসকলে নাচ চাই থাকে তেওঁলোকে আচলতে বেলেগ কথা ভাবি থাকে।"

এমাই অনুভৱ কৰিলে কথাটো তাইক উদ্দেশ্য কৰিয়ে কৈছে। তাইৰ বৰ খং উঠিল। মিং নাইট্‌লে কেনেকুৱা যে উদাসীন মানুহ, তাইৰ অনুভূতিখিনি বুজিবৰ চেষ্টা নকৰে; তাই কিমান হেঁপাহেৰে যে সেই দিনটোলৈ বাট চাই আছে। তাই নিজকে নিজে ক'লে, "মিছা উদহাউছ, বলনাচ বন্ধ হোৱা একো এটা যেন নঘটে। ঘটিলে যে কি হতাশাৰ কথা হ'ব।"

হায়! মিং নাইট্‌লেৰ লগত কাজিয়া কৰাৰ কোনো সুযোগ নোলাল। আনন্দৰ দুটা দিনৰ পাছত সকলো আশা মষিমুৰ হ'ল। মিং চাৰ্চিলৰপৰা ভাগিনিয়েকলৈ এখন চিঠি আহিল। মিছেছ চাৰ্চিলৰ অসুখ অতি বেছি হৈছে, সেইবাবে তেওঁক তৎক্ষণাত মাতি পঠিয়াইছে।

চিঠিখনৰ কথাখিনি জনাই মিছেছ ৱেষ্টনে এমালৈ চিঠি এখন লিখি পঠিয়ালে। ফ্ৰেংক অতি সোনকালে যাব বুলি লিখাৰ লগতে লিখিলে যে যোৱাৰ আগতে তেওঁ দুজনমান বন্ধু—যাৰ তেওঁৰ প্ৰতি আকৰ্ষণ আছে—তেওঁবিলাকৰপৰা বিদায় ল'বলৈ যাব। আৰু সোনকালেই হয়তো তেওঁ হাৰ্টফিল্ড পাবগৈ।

সেই দুখদায়ক চিঠিখন পোৱাৰ পাছত এমাৰ ৰাতিপুৱাৰ আহাৰ কৰা নহ'ল। বলানাচ নহয়—তেওঁ যাবগৈ—ফ্ৰেংকে চাগে কি ভাবিছে! কি যে আনন্দদায়ক সন্ধিয়া এটা হ'লহেঁতেন! সকলো সুখী হ'লহেঁতেন! আটাইতকৈ সুখী হ'লহেঁতেন তাই আৰু তাইৰ সংগীজন।

ফ্ৰেংক আহি পোৱাৰ আগৰেপৰা এমা তেওঁৰ বাবে সাজু হৈ আছিল। যদি তেওঁ অতি দুখী হৈ আছে, তেন্তে সেই দুখৰপৰা তেওঁক মুক্ত কৰিব লাগিব। তেওঁ আহিল... তেওঁৰ হতাশা স্পষ্ট ৰূপত ধৰা পৰিল। কেইমুহূৰ্তমান নিৰবে বহি থকাৰ পাছত তেওঁ ক'লে, "বিদায় লোৱাটো যে বৰ দুখদায়ক।"

"এয়াইতো তোমাৰ ৰেণ্ডেল্‌ছলৈ শেষ অহা নহয়, তুমি আকৌ আহিবা।"

"আহ! কোনে জানে কেতিয়া আহিব পাৰোঁ, কোনোতো নিশ্চয়তা নাই।"

"আমাৰ নাচৰ পাৰ্টিটো বাদ দিব লাগিল।"

"আহ! কেলেই বাদ দিবা। তোমালোকে কাৰোবালৈ কেলেই বাট চাই থাকিবা। সেই আনন্দকণ তোমালোকে এতিয়াই নোলোৱা কিয়? প্ৰায়েই আমাৰ সুখক বাৰু আয়োজনে কেলেই ধ্বংস কৰি পেলায়? ... যদি মই আকৌ আহিব পাৰোঁ, আমি আমাৰ পাৰ্টি নিশ্চয় কৰিম, পাহৰি নাযাবা। ইমান যে বঢ়িয়া এপষেক কটালোঁ হাইবেৰিত। প্ৰতিটো দিনেই আগৰ দিনটোতকৈ বেছি আনন্দদায়ক! হাইবেৰিত থকাবিলাক সঁচাকৈয়ে ভাগ্যৱান!"

হাঁহি মাৰি এমাই উত্তৰ দিলে, "তুমি যিহেতু আমাৰ সম্পৰ্কে যথেষ্ট ক'লা, ময়ো তোমাক কথা এটা সুধিবলৈ সাহস কৰিব খুজিছোঁ, প্ৰথম আহোঁতে তুমি বাৰু অলপ সন্দেহৰ ভাব লৈ অহা নাছিলানে? আমি বাৰু তোমাৰ প্ৰত্যাশা পূৰণ কৰিব পাৰিছোঁনে? পাৰিছোঁ বুলিয়ে মই ভাবিছোঁ।... মই বুজিছোঁ হাইবেৰি সম্পৰ্কে তোমাৰ ইমান সুন্দৰ ধাৰণা থকাহেঁতেন, ইয়ালৈ অহাত তুমি ইমান পলম নকৰিলাহেঁতেন।"

তেওঁ একো উত্তৰ নিদিলে। কিন্তু এমা প্ৰত্যয় গ'ল যে তাই ঠিকেই কৈছে।

"তুমি আজিয়েই নাযাবা জানো?"

"ওঁ, দেউতা ইয়ালৈ আহিব। আমি একেলগে উভতি যাম আৰু তাৰ পাছত যামগৈ। দেউতা যিকোনো মুহূৰ্ততে পাবহি।"

"তোমাৰ বন্ধু মিছ ফেয়াৰফেক্স আৰু মিছ বেট্‌ছৰ বাবে পাঁচ মিনিট সময়ো নাইনে?"

"মই তেওঁলোকৰ তালৈ মাত্ৰ তিনিমিনিটৰ বাবে গৈছিলোঁ। মিছ বেট্‌ছ নথকাৰ বাবে অলপ ৰ'বলগীয়া হ'ল।"

তেওঁ অলপ ইতস্ততঃ কৰিলে, যেন কিবা এটা ক'ব খুজিছে। বহাৰপৰা উঠি তেওঁ খিৰিকিৰ কাষলৈ গ'ল।

"মিছ উদহাউছ, সম্ভৱতঃ—মই ভাবোঁ তুমি চাগে সন্দেহ নকৰাকৈ থকা নাই—"

তেওঁ এমালৈ চালে—যেন তাইৰ মনোভাব বুজিবৰ চেষ্টা কৰিছে। তেওঁ কি ক'ব খুজিছে তাই বুজি পালে। সেয়া গম্ভীৰ কথা এটাৰ আগজাননী, যিটো কোৱাটো তাই বিচৰা নাছিল। শান্তভাৱে তাই উত্তৰ দিলে, "তুমি ঠিকেই কৈছা।"

তেওঁ নিৰৱে ৰ'ল। তাই অনুভৱ কৰিলে তেওঁ তাইলৈ চাইছে। সম্ভৱতঃ তাই

কি কৈছে আৰু কি ভাবত কৈছে সেইটো বুজিবলৈ চেষ্টা কৰিছে। তেওঁ হুমুনিয়াহ কঢ়া তাই শুনিলে। বেয়া লগাটো স্বাভাৱিক। এমাই বুজিলে তাই ভবাতকৈ তেওঁ তাইক বহুত বেছি ভাল পাইছে আৰু ইয়াৰ শেষ পৰিণতি কি হ'ব কোনোৱে ক'ব নোৱাৰে, কাৰণ তাইৰ দেউতাকে যদি মত নিদিয়ে?

মিঃ উদহাউছ কোঠাটোলৈ সোমাই আহিল। পিছে পিছে মিঃ ৰেষ্টন। ফ্ৰেংকলৈ চাই তেওঁ ক'লে, ""ব'লা, যোৱাৰ সময় হ'ল।"

ফ্ৰেংকে যাবলৈ উঠি এমাক ক'লে, "মই তোমালোকৰ সকলো খবৰ মিছেছ ৰেষ্টনৰপৰা পাই থাকিম, সেয়াই মোৰ আটাইতকৈ ডাঙৰ সান্ত্বনা।"

বন্ধুত্বসুলভ মনেৰে কৰমৰ্দন কৰি তেওঁ এমাৰপৰা বিদায় ল'লে। তেওঁৰপৰা এৰা-এৰি হ'বলগীয়া হোৱাত এমা দুঃখিত হ'ল। তেওঁলোকৰ সৰু সমাজখন ফ্ৰেংকৰ অনুপস্থিতিৰ বাবে দুখী হ'ব বুলি তাই বুজিলে।

এইটো এটা দুখজনক পৰিৱৰ্তন আছিল। তেওঁ অহাৰেপৰা প্ৰতিদিনেই সিহঁত লগা-লগি হৈছিল—কি যে অদম্য উৎসাহী। নতুন নতুন ঢেৰ কথা লৈ প্ৰতিদিনে ৰাতিপুৱা তেওঁ আহিব বুলি কি যে প্ৰত্যাশা! তাইৰ প্ৰতি তেওঁৰ প্ৰশংসাই এমাৰ মনত সন্দেহ ৰখা নাছিল তেওঁ যে তাইক ভাল পায়। তাইৰ আগৰ সিদ্ধান্তৰ পৰিৱৰ্তে তাই নিজেও তেওঁৰ প্ৰতি অলপ আকৰ্ষিত হৈছিল।

তাই ভাবিলে মিঃ নাইটলেই নাচৰ পাৰ্টি নোহোৱাৰ বাবে নিশ্চয় সুখী হ'ব। কিন্তু তাৰ পৰিৱৰ্তে তেওঁ দুখ প্ৰকাশ কৰি ক'লে, "এমা, তুমিতো নাচিবৰ বাবে সুযোগ নোপোৱাই, তেনেই কম সুযোগহে পোৱা। আচলতে তোমাৰ ভাগ্যই বেয়া।"

নাচৰ পাৰ্টিটো বাদ দিবলগীয়া হোৱা কথাটোনো জেন ফেয়াৰফেক্সে কেনেদৰে লৈছে এমাই জানিব পৰা নাছিল। কিন্তু যেতিয়া লগ পাই জানিব পাৰিলে যে তাইৰ অসুখ—মূৰৰ বিষ। মাহীয়েকে জনালে যে নাচ হোৱাহেঁতেনো তাই চাগে যাব নোৱাৰিলেহেঁতেন।

# অধ্যায় ৩১

নিঃসন্দেহে এমাই ফ্ৰেংকৰ মৰমৰ বান্ধোনত সোমোৱাৰ কথাকে ভাবি আছিল যদিও তাইনো কিমান ভাল পায় সেই সম্পৰ্কেহে নিশ্চিত হ'ব পৰা নাছিল। প্ৰথমতে তাই এইটো এটা ভাল কথা হৈছে বুলিয়ে ভাবিলেও পাছলৈ সেই ভাবটো কমি আহিল। ফ্ৰেংক চাৰ্চিলৰ কথা শুনি থাকি তাই ভাল পাইছিল আৰু তেওঁৰ কাৰণেই মিঃ আৰু মিছেছ ৱেষ্টনক দেখা কৰি থকাটো তাইৰ বাবে আনন্দদায়ক হৈছিল। তাই প্ৰায়ে তেওঁৰ কথা ভাবিছিল আৰু একপ্ৰকাৰ অধৈৰ্য্য হৈ তেওঁ কেনে আছে সকলো খবৰ জনাই লিখা চিঠি এখনলৈ বাট চাই থকা হ'ল। কিন্তু তথাপিও তাই কেতিয়াও নিজকে অসুখী বুলি নাভাবিলে অথবা প্ৰথম দিনা ৰাতিপুৱাৰ বাহিৰে সদায়ে তাই ফ্ৰেংকৰ নিচিনা ব্যস্ত আৰু আনন্দিত হৈ থাকিল। প্ৰতিটো মুহূৰ্ততে ফ্ৰেংকৰ সৈতে হোৱা অন্তৰংগ কথা-বতৰা আৰু হাজাৰটা আমোদজনক আঁচনিৰ কথা ভাবি থাকিল যদিও প্ৰতিটো চিন্তাৰ শেষত তাইৰ কল্পনাত ফ্ৰেংকে তাইক দিয়া প্ৰস্তাৱ তাই প্ৰত্যাখ্যান কৰি গ'ল। সেই মৰম-চেনেহখিনি বন্ধুত্বলৈ ৰূপান্তৰিত হ'ল। তাই উপলব্ধি কৰিলে যে প্ৰকৃততে তাই ফ্ৰেংক চাৰ্চিলক ভাল নাপায়। আৰু আগলৈও এই প্ৰস্তাৱ তেওঁৰ ফালৰপৰা আহিলে তাই কোনো আগ্ৰহ নেদেখুৱাবলৈ ঠিক কৰিলে।

মিছেছ ৱেষ্টনলৈ ফ্ৰেংকৰপৰা অহা চিঠিখন এমাক দেখুওৱাত তাই আনন্দেৰে পঢ়িলে। চিঠিখন পঢ়ি তাই যে সিহঁতৰ সম্বন্ধটোক নিম্ন পৰ্য্যায়লৈ নিছে সেইটো বুজি পালে। দীঘল আৰু সুন্দৰকৈ লিখা চিঠিখনত তেওঁৰ যাত্ৰা, হাইবেৰিৰ সকলোৰে প্ৰতি আগ্ৰহ আৰু মিছেছ ৱেষ্টনৰ প্ৰতি প্ৰকৃত আন্তৰিকতা প্ৰকাশ পাইছিল। হাইবেৰিৰপৰা এন্সকম্বলৈ স্থানান্তৰ, দুয়োখন ঠাইৰ মাজৰ বৈপৰীত্য আদিৰ লগতে মিছেছ চাৰ্চিলৰ ৰোগমুক্ত হোৱাৰ খবৰ আছিল। চিঠিখনত কেইবাবাৰো 'মিঃ উদহাউছৰ' উল্লেখ আছিল। শেষৰ ফালে মিছ উদহাউছৰ ধুনীয়া সৰু বান্ধৱীজনীৰো উল্লেখ আছিল।

চিঠিখন পঢ়ি সন্তুষ্টি আৰু উৎসাহিতবোধ কৰা এমাই চিঠিখন ভাঁজ কৰি মিছেছ ৱেষ্টনক দিওঁতে কিন্তু চিঠিখনৰ লিখকজন নোহোৱাকৈ তাই থাকিব নোৱাৰিব বা তাই নোহোৱাকৈ তেওঁ থাকিব নোৱাৰিব জাতীয় কোনো স্থায়ী উদ্দীপনা অনুভৱ নকৰিলে। তাইৰ পৰিকল্পনাৰ কোনো পৰিৱৰ্তন নহ'ল। বৰং তাইৰ আন এটা কথাহে মনলৈ আহিল। ফ্ৰেংক চাৰ্চিলে মিঃ ক'লৰ নৈশভোজত পৰিচয় কৰাই দিয়া হেৰিয়েটক মনত ৰখা কথাটোৱে আৰু চিঠিত ধুনীয়া সৰু বান্ধৱীজনীৰ উল্লেখে তাইক পিছ পেলাই হেৰিয়েটে তেওঁৰ মৰম পাবলৈ আগ বঢ়া বুলি এমাৰ ধাৰণা হ'ল। এইটো অসম্ভৱ নে?

নহয়, নিঃসন্দেহে, হেৰিয়েট তেওঁতকৈ তল খাপৰ, কিন্তু তাইৰ মৰম লগা মুখখন আৰু আচৰণৰ সৰলতাই তেওঁক আকৃষ্ট কৰিছে। নিশ্চয়কৈ হেৰিয়েটৰ বাবে এইটো সুবিধাজনক আৰু আনন্দদায়ক হ'ব। সেয়ে এমাই তেওঁক প্ৰত্যাখ্যান কৰিলেও হেৰিয়েটৰ লগত সেই সম্বন্ধ পাতিব পৰা যাব বুলি তাই মনতে ভাবিলে।

ফ্ৰেংক চাৰ্চিলৰ আগমনে হাইবেৰিত মিঃ এল্টনৰ বিয়াৰ কথা পিছ পেলাইছিল, কিন্তু এতিয়া তেওঁৰ অন্তৰ্ধানত পুনৰ মিঃ এল্টনৰ কথা অপ্ৰতিৰোধ্য ৰূপত প্ৰচাৰিত হ'ল। তেওঁৰ বিয়াৰ দিন ধাৰ্য্য হ'ল আৰু সোনকালেই তেওঁ সপত্নীক হাইবেৰিত উপস্থিত হ'বহি বুলি প্ৰচাৰিত হ'ল। ফ্ৰেংক চাৰ্চিলৰ কথা সকলোৱে পাহৰি গ'ল। মিঃ এল্টনৰ বাতৰিয়ে এমাক বিৰক্ত কৰি তুলিলে।

বেচেৰী হেৰিয়েটো যথেষ্ট হতাশ হৈ পৰিল। হেৰিয়েটৰ এই হতাশাৰ কাৰণ এমা নিজেই আৰু তাই তিৰস্কাৰৰ যোগ্য বুলি হেৰিয়েটৰ ওচৰত স্বীকাৰ কৰিলে। তাইৰ খাতিৰতে এমাই হেৰিয়েটক দুখ কৰিবলৈ মানা কৰিলে।

এমাৰ মৰমৰ অনুৰোধে সকলোখিনি সম্ভৱ কৰিলে। তাই মিছ উদহাউছক ইমান ভাল পায় যে তেওঁৰ কথা শুনি হেৰিয়েটৰ অন্তৰ শোকত ভাগি পৰিল। শোক পাতলিলত, হেৰিয়েটে তাইৰ বাবে ইমানখিনি কৰা মিছ উদহাউছৰ ওচৰত যে সদায় কৃতজ্ঞ হৈ থাকিব আৰু তাইৰ আচৰণৰ বাবে যে অনুতপ্ত তাকে ব্যক্ত কৰিলে।

হেৰিয়েটৰ সহজ-সৰল আৰু অমায়িক স্বভাৱৰ কথা উপলব্ধি কৰা এমাৰ মৰম যেন তাইলৈ আগতকৈও বাঢ়িল।

## অধ্যায় ৩২

মিছেছ এল্টনক প্ৰথম দেখা গ'ল গিৰ্জাত। সেই এখন্তেকৰ বাবে দেখাত কাৰো কৌতূহল নিবৃত্ত নহ'ল।

এমাই হেৰিয়েটক লগত লৈ মিছেছ এল্টনক দেখা কৰিবলৈ গ'ল। তিনিমাহ

আগতে সেই ঘৰটোলৈ অহাৰ কথা তাইৰ মনত পৰিল। হাজাৰটা অশান্তিকৰ কথা তাইৰ মনলৈ আহিল। নিৰবে থকা হেৰিয়েটক যথেষ্ট শেঁতা দেখা গৈছিল। সিহঁত সোনকালেই উভতি আহিল। সেই অকণমান সময় লগ পাই মিছেছ এল্টন সম্বন্ধে এমাই কোনো সিদ্ধান্ত ল'ব নুখুজিলে যদিও 'সুন্দৰকৈ সাজ-পোছাক পিন্ধি থকা মনোৰমা'ৰ বাহিৰে আন কথা মনলৈ নাহিল।

মিছেছ এল্টনক তাইৰ ভাল নালাগিল। তেওঁ দেখাত ধুনীয়া যদিও তেওঁৰ কথা-বতৰা আচৰণত মুঠতে এটা দাম্ভিক ভাব পৰিস্ফুট হৈ উঠিছিল।

উভতি আহোঁতে হেৰিয়েটে এমাক সুধিলে, "বাৰু মিছ হাউছ," ক'ব খোজোঁতেই হেৰিয়েটৰ এটা হুমুনিয়াহ ওলাই আহিল। "আপুনি তেওঁৰ বিষয়ে কি ভাবে? বৰ ধুনীয়া নহয়নে?"

"ওঁ! বৰ-বৰ ধুনীয়া মহিলা। সুন্দৰকৈ সাজ-পোছাক পিন্ধিছে।"

"মই একো আচৰিত হোৱা নাই যে তেওঁ তাইৰ প্ৰেমত পৰিছে।"

"আহা! ইয়াত আচৰিত হ'বলগীয়া একো নাই—দেখিবলৈ মৰম লগা হোৱাৰ লগতে তাই ধনী ঘৰৰ ছোৱালী।"

"মই ক'বই লাগিব, তাই তেওঁক খুব ভাল পায় চাগে।"

"হ'ব পাৰে; কিন্তু এইটো সকলো মানুহৰ ভাগ্যত নাথাকে যে যিগৰাকী মহিলাই তেওঁক আটাইতকৈ ভাল পায় সেইগৰাকীক বিয়া কৰাব পাৰে। মিছ হকিন্সে সম্ভৱতঃ এখন ঘৰ বিচাৰিছিল আৰু আটাইতকৈ ভাল প্ৰস্তাৱটো পোৱা বুলি ভাবিছে," এমাই মন্তব্য কৰিলে।

"হয়," আন্তৰিকতাৰে হেৰিয়েটে ক'লে, "তাই নিশ্চয়কৈ পাইছে। মই অন্তৰৰপৰা তেওঁলোকক শুভেচ্ছা জনাইছোঁ। মিছ উদহাউছ, মই আৰু এতিয়া তেওঁক লগ পাবলৈ বেয়া নাপাম। তেওঁ মোতকৈ ওপৰত হয়েই, এতিয়া বিয়া-বাৰু কৰাইছে কথাটো বেলেগ। নাই, আপুনি ভয় নকৰিব, মিছ উদহাউছ, মই কোনো দুখ নোহোৱাকৈ এতিয়া তেওঁৰ লগত কথা পাতিব পাৰিম। মিছ হকিন্স এগৰাকী সুন্দৰী মহিলা, এয়া তেওঁৰ প্ৰাপ্য। সুখী জীৱ! তেওঁ তাইক 'আগষ্টা' বুলি মাতে, কি যে ভাল লাগে।"

মিঃ আৰু মিছেছ এল্টন হাৰ্টফিল্ডলৈ অহাৰ দিনা এমাই এক সিদ্ধান্তলৈ আহিব পৰাৰ জোখাৰে মিছেছ এল্টনক লগ পালে। তাইৰ দেউতাকে মিঃ এল্টনৰ লগত কথা পাতি থকাত, সিদিনা হাৰ্টফিল্ডত হেৰিয়েটো নথকাত এমাই অকলে মহিলাগৰাকীৰ লগত কথা পাতিব লগা হ'ল। কথা-বতৰাৰপৰা মিছেছ এল্টন যে অহংকাৰী, আত্মগৌৰৱী আৰু নিজকে উচ্চ বুলি ভাবে সেই কথা ওলাই পৰিল। এমাই বুজিলে

তাইৰ সমাজখনৰ সংগৰপৰা মিং এল্টনৰ একো ভাল নহয়, বৰং হেৰিয়েটহে তেওঁৰ বাবে বেছি ভাল হ'লহেঁতেন।

মিছেছ এল্টন আহিয়েই বায়েক ভিনিহিয়েকৰ ঘৰ মেপল গ্ৰ'ভৰ লগত তুলনা কৰিবলৈ লাগি গ'ল। তাৰ পাছত তাই বায়েক আৰু তেওঁৰ স্বামী মিং ছাকলিঙে যে গ্ৰীষ্মকালত তেওঁলোকৰ তালৈ আহিব বুলি কথা দিছে সেই কথা জনালে। গ্ৰীষ্মকালত হাৰ্টফিল্ডত চাগে প্ৰায়েই পাৰ্টি আদি হৈ থাকে সেই বিষয়ে তেওঁ এমাৰপৰা জানিবলৈ বিচাৰিলে।

এমাই নেতিবাচক উত্তৰ দিয়াত তেওঁ একপ্ৰকাৰ আচৰিতেই হ'ল। মিছেছ এল্টনৰ মতে এনেদৰে সমাজৰপৰা আঁতৰি থকাটো অতিকৈ বেয়া কথা, অৱশ্যে মিছ উদহাউছৰ উপায়ো নাই, কাৰণ তাইৰ দেউতাক অসুখীয়া মানুহ। মিং উদহাউছৰ স্বাস্থ্যৰ উন্নতিৰ বাবে তাই তেওঁক বাথলৈ যোৱাৰ পৰামৰ্শ দিলে। সেই লৈ কিছু কথা-বতৰা হোৱাৰ পাছত এমাই প্ৰসংগটো সলাই সংগীতলৈ নিলে। এমাই মিছেছ এল্টনক জনালে যে হাইবেৰিত এই কথা সকলোৱে জানে যে তেওঁ ভাল পিয়ানো বজাই গীত গায়।

তেওঁ অৱশ্যে কথাটো অস্বীকাৰ কৰিলে। তেওঁ ইমান ভাল নবজায়, মেপল গ্ৰ'ভৰ তেওঁৰ বায়েক ছেলিনাই খুব ভাল বজাইছিল, কিন্তু এতিয়া একেবাৰে বজাবলৈ এৰি দিছে। কাৰণ, বিবাহিতা মহিলাসকলৰ সংগীতৰ বাহিৰেও মনোযোগ দিবলগীয়া বহুতো কাম থাকে বাবে এয়া সম্ভৱ নহয়।

এখন্তেক নিৰৱে থাকি মিছেছ এল্টনে এমাক ক'লে যে তেওঁলোক ৰেণ্ডেল্‌ছলৈ গৈছিল। মিং আৰু মিছেছ ৱেষ্টনক লগ পালে। মিং ৱেষ্টনক তাইৰ বৰ ভাল লাগিল। মিছেছ ৱেষ্টন মিছ উদহাউছৰ পৰিয়ালৰ ধাত্ৰী আছিল, মহিলাগৰাকী বেছ ভদ্ৰ।

তেওঁৰ কথা কোৱাৰ ধৰণত এমা অতি আচৰিত হ'ল। বিশেষকৈ যেতিয়া ক'লে যে তেওঁলোকে তাত থাকোঁতে নাইট্‌লে তালৈ আহিছিল। নাইট্‌লেক তেওঁ আগতে দেখা নাই, সেয়ে তেওঁৰ ভাগ্যই ভাল। মিং ই.ৰ বন্ধুজনক লগ পাবলৈ তেওঁৰ আগ্ৰহ আছিল। "মোৰ বন্ধু নাইট্‌লে বুলি মিং ই.য়ে প্ৰায়েই কৈ থকা শুনি তেওঁক চাবলৈ মই একপ্ৰকাৰ অধৈৰ্য্যই হৈ পৰিছিলোঁ। মই ক'বই লাগিব যে মিং ই. লজ্জিত হোৱাৰ কোনো কাৰণ নাই। কাৰণ নাইট্‌লে সঁচাকৈয়ে এজন ভদ্ৰলোক; মই তেওঁক বৰ ভাল পাইছোঁ। মই ভাবোঁ সঁচাকৈয়ে তেওঁ এজন ভদ্ৰলোক।"

সুখৰ কথা হ'ল তেনেকুৱাতে যোৱাৰ সময় হ'ল। তেওঁলোক যোৱাৰ পাছতহে এমাই উশাহ ল'ব পাৰিলে। "উস! কি যে অসহ্য মহিলা। মই ভবাতকৈ বহুত বেছি বেয়া। নাইট্‌লে উস! বিশ্বাস কৰিব নোৱৰা কথা।" কোনোদিনে নেদেখা মানুহ এজনক

যে তেনেদৰে ক'ব পাৰে এমাই বিশ্বাস কৰিব নোৱাৰিলে। আৰু যেন তাইহে আৱিষ্কাৰ কৰিলে নাইট্‌লে ভদ্ৰলোক বুলি। এমাই নিজৰ মনতে ভোৰভোৰাই থাকিল।

মিং উদহাউছে অৱশ্যে মিছেছ এল্‌টনক ভাল আচৰণৰ বুলিয়ে সাব্যস্ত কৰিলে।

## অধ্যায় ৩৩

এমাই মিছেছ এল্‌টন সম্বন্ধে যি মনোভাব গ্ৰহণ কৰিছিল, সেয়া সলনি কৰিব লগা নহ'ল। তাইৰ ধাৰণা যে সম্পূৰ্ণ শুদ্ধ আছিল সেয়া দ্বিতীয়বাৰ লগ পাওঁতে প্ৰমাণিত হ'ল। তেওঁ অলপ ধুনীয়া, কিন্তু, জ্ঞান একেবাৰে কম। তথাপি তেওঁ নিজকে পৃথিৱীৰ সৰ্বোচ্চ জ্ঞানৰ অধিকাৰী হিচাবে এই ঠাইলৈ আহি ইয়াৰ মানুহবিলাকৰ যেন উন্নতি কৰিবলৈ বিচাৰিছে।

মিং এল্‌টনৰ চিন্তাধাৰাও ঘৈণীয়েকতকৈ বেলেগ নহয়। বিয়া কৰাই যে তেওঁ অকল সুখী হৈছে তেনে নহয়, অহংকাৰীও হৈছে। তেওঁ নিজকে নিজে অভিনন্দন জনাইছিল যে তেওঁৰ ঘৈণীয়েক ইমান উচ্চ খাপৰ, আনকি মিছ উদহাউছো তেওঁৰ সমান হ'ব নোৱাৰে। মিছ বেট্‌ছে কৰা প্ৰশংসাক সঁচা বুলি তেওঁলোক অতি সন্তুষ্ট হৈছিল। সেই প্ৰশংসা মুখে মুখে বাগৰি চাৰিওফালে বিয়পি পৰিছিল। তাতে মিছ উদহাউছে প্ৰথম দেখিয়ে দিয়া মন্তব্য 'সুন্দৰকৈ সাজ-পোছাক পিন্ধি থকা মনোৰমা' মন্তব্যটোৱে এই প্ৰশংসা বিয়পাত সহজ কৰিছিল।

এমাৰ প্ৰতি মিছেছ এল্‌টনৰ মনোভাব সলনি হ'ল—সম্ভৱতঃ এয়া তাই এমাৰ লগত বঢ়াব খোজা অন্তৰংগতাক এমাই উৎসাহ নিদিয়া বাবে হৈছিল। হেৰিয়েটৰ প্ৰতিও তেওঁলোকে ৰূঢ় ব্যৱহাৰ দেখুৱাইছিল। এমাই আশা কৰিলে মিং এল্‌টন আৰু ঘৈণীয়েকৰ এই কাৰ্য্যই তেওঁলোকৰ প্ৰতি হেৰিয়েটৰ সম্ভাৱ আঁতৰাব। কিন্তু, তেওঁলোকৰ আচৰণে এমাৰ চকুত তেওঁলোকক বহুত তললৈ নমালে।

জেন ফেয়াৰফেক্সৰ লগত মিছেছ এল্‌টনৰ সম্পৰ্ক প্ৰথমৰপৰাই ভাল আছিল

যদিও, এমাৰ লগত দূৰত্ব বাঢ়ি অহাৰ লগে লগে জেন ফেয়াৰফেক্সৰ লগত তেওঁলোকৰ সম্বন্ধ অৰু ওচৰ হ'ল। এতিয়া মিছেছ এল্টন জেনক ইমান ভাল পালে যে প্ৰতিটো কথাতে জেন ফেয়াৰফেক্সৰহে গুণগান কৰাত ব্যস্ত হ'ল।

মিছেছ এল্টনে জেনৰ প্ৰতি আগ বঢ়োৱা মনোযোগৰ বাবে মি০ বেট্‌ছ অতি কৃতজ্ঞ হৈছিল। জেন ফেয়াৰফেক্সেনো কিদৰে মিছেছ এল্টনক সহ্য কৰে তাঁকে ভাবি এমা আচৰিত হ'ল। মুঠতে উঠোঁতে-বহোঁতে, খাওঁতে-ফুৰোঁতে সকলো সময়তে জেন এল্টন পৰিয়ালৰ লগত থকা হ'ল। আচৰিত কথা! মিচ ফেয়াৰফেক্সৰ ৰুচি তথা অহমিকাই গিৰ্জাৰ পুৰোহিতৰ ঘৰৰপৰা আগ বঢ়োৱা বন্ধুত্ব আৰু সমাজ কেনেদৰে গ্ৰহণ কৰিছে—দেখি এমাই বিশ্বাস কৰিব পৰা নাছিল।

জেন আচলতে তিনি মাহৰ বাবেহে হাইবেৰিলৈ আহিছিল। কাৰণ কেম্পবেলসকল তিনিমাহৰ বাবে আয়াৰলেণ্ডলৈ গৈছিল; কিন্তু এতিয়া তেওঁলোক আৰু কিছুদিনৰ বাবে থকাটো ঠিক হোৱাত জেনক মাতি পঠাইছে। মিছ বেট্‌ছৰ মতে মিছেছ ডিক্সনে জোৰকৈ মাতি পঠাইছে। জেন যায় যদি লগুৱা পঠাই দিব যাতে একো অসুবিধা নাপায়। কিন্তু জেনে যাবলৈ অস্বীকাৰ কৰিছে, তাই নাযায়।

তাই যাব নোখোজাৰ অন্তৰালত নিশ্চয় কিবা কাৰণ আছে। তাই ডিক্সনসকলৰ তালৈ যাব নোখোজে, কিন্তু এল্টনহঁতৰ লগত আছে। ইয়াতে নিশ্চয় কিবা এটা খেলিমেলি আছে—এমাই মনতে ভাবিলে।

মিছ উদহাউছ, মিছেছ ৱেষ্টন আৰু মি০ নাইট্‌লেৰ মাজত হোৱা কথা-বতৰা প্ৰসংগত জেনৰ কথা ওলালত মিছেছে ক'লে, "ভিকাৰেজলৈ গৈ যে তাই বিশেষ উপভোগ কৰে তেনে নহয়, এমা, কিন্তু সদায় ঘৰত থকাতকৈ তালৈ যোৱাও ভাল।"

"আপুনি ঠিকেই কৈছে। মিছেছ এল্টনৰপৰা তাই যিদৰে মনোযোগ পাইছে, আন কাৰোপৰাই পোৱা নাই। সেইবাবেই হয়তো তেওঁলোকৰ সেতে থাকেগৈ। আন কাৰোবাৰ লগত বন্ধুত্ব পাতিব পৰা হ'লে হয়তো নগ'লহেঁতেন," মি০ নাইট্‌লেই ক'লে।

মি০ নাইট্‌লেই কোৱা কথাখিনি শুনাৰ পাছত কিছু উদ্বিগ্ন হৈ এমা মনে মনে ৰ'ল। তাৰ পাছত তাই ক'লে, "আপুনিযে জেন ফেয়াৰফেক্সৰ বিষয়ে যথেষ্ট ভাল ধৰণে ভাবে সেই কথা মই জানো।" অকণমানি হেনৰিৰ কথা তাইৰ মনলৈ আহিল।

"ওঁ ভাবোঁ। মই তাইক কিমান সন্মান কৰোঁ সেয়া যিকোনো মানুহে ক'ব পাৰিব।"

"কিন্তু তথাপিও—," কথাটো ক'বলৈ গৈ এমাই ইতস্ততঃ কৰিলে, আঁৰ চকুৰে মিঃ নাইট্‌লেলৈ চালে, খন্তেক ৰৈ ভাবিলে—কথাটো জনাৰ প্ৰয়োজন। সেয়ে তাই তৎক্ষণাত ক'লে, "তথাপিও, সম্ভৱতঃ আপুনি নিজেই নাজানে কিমান উচ্চ স্তৰত ভাবে। আপোনাৰ এই প্ৰশংসাৰ বিস্তৃতিয়ে হয়তো আপোনাকে এদিন আচৰিত কৰি তুলিব।"

মিঃ নাইট্‌লেই তেওঁৰ ডাঠ চামৰাৰ জোতাযোৰৰ তলৰ বুতামটো মৰাত ব্যস্ত আছিল। এমাৰ কথাটো শুনি নে আন কিবা কাৰণতে তেওঁৰ মুখৰ বৰণ সলনি হ'ল। তেওঁ উত্তৰ দিলে, "ও! তুমিও নে!—পাছে, এমা, তুমি দুখজনকভাৱে পিছ পৰি আছা। মিঃ ক'লে মোক ছয় সপ্তাহৰ আগতে এই বিষয়ে ইংগিত এটা দিছিল।"

তেওঁ ৰ'ল। মিছেছ ৱেষ্টনে এমাৰ ভৰিত ভৰিৰে লাহেকৈ ঠেলা এটা মাৰি দিলে। কি ভাবিব, কি ক'ব তাই বুজি নাপালে। তেওঁ কৈ গ'ল, "সেইটো কেতিয়াও সম্ভৱ নহয়। মই তোমাক কথা দিব পাৰোঁ। তদুপৰি মই প্ৰস্তাৱ দিওঁ যদিও সেয়া মিছ ফেয়াৰফেক্সে প্ৰত্যাখ্যান কৰিব; আৰু মই কেতিয়াও প্ৰস্তাৱো নিদিওঁ।"

যথেষ্ট আনন্দিত হৈ এমাই ক'লে, "আপুনি সফল হ'ব, মিঃ নাইট্‌লে। সেই কথা আপোনাৰ হৈ ময়েই ক'ম," এমাই ক'লে।

"তাৰ মানে তুমি ঠিক কৰি পেলাইছা যে মই জেন ফেয়াৰফেক্সক বিয়া কৰোৱা উচিত।"

"নহয়, মই বিচৰা নাই। আপুনি মোক বিয়াৰ ঠিক কৰা কথাটো লৈ বহুদিন খং কৰিছে। মই এনেয়েহে কৈছোঁ। তাৰ কোনো গভীৰ অৰ্থ নাই। আপুনি জেন ফেয়াৰফেক্স অথবা আন কাৰোবাক বিয়া কৰোৱাটো মই একেবাৰে ইচ্ছা নকৰোঁ। বিয়া কৰালেতো আপুনি আমাৰ ইয়ালৈ নাহিব আৰু আমি এনেদৰে কথা পাতিবলৈ আপোনাক নাপাম।"

মিঃ নাইট্‌লেক ভাবত বিভোৰ হৈ পৰা দেখা গ'ল। খন্তেক পাছত তেওঁ ক'লে, "নাই, এমা, মই কেতিয়াও জেনৰ সম্পৰ্কে তেনেদৰে ভবা নাই আৰু নাভাবোঁ—তোমাক কথা দিছোঁ।... জেন ফেয়াৰফেক্স ধুনীয়া হ'ব পাৰে, কিন্তু তাইৰো দোষ নথকা নহয়। তাইৰো দোষ আছে। তাই একেবাৰে খোলা নহয়। সকলো মানুহে তেওঁৰ পত্নী খোলা স্বভাৱৰ হোৱাটো কামনা কৰে।"

মিঃ নাইট্‌লেৰ কথা শুনি এমাৰ আনন্দৰ সীমা নাইকিয়া হ'ল।

# অধ্যায় ৩৪

হাইবেৰি আৰু ওচৰ-পাঁজৰৰ যিসকলে মিঃ এল্টনক কেতিয়াবা দেখা কৰিবলৈ গৈছিল তেওঁলোকে বিয়াৰ পাছত তেওঁৰ মনোযোগ আকৰ্ষণৰ বাবে তেওঁক আৰু তেওঁৰ পত্নীক সন্ধিয়াৰ চাহৰ বা নিশাৰ আহাৰৰ নিমন্ত্ৰণ জনালে।

এমাই তেওঁলোকক এসাঁজ খুওৱাৰ কথা ভাবি দেউতাকৰ মতামত জানিব বিচাৰিলে। মিঃ উদহাউছে কোনো আপত্তি নকৰিলে।

মিঃ আৰু মিছেছ্ এল্টনৰ উপৰিও মিঃ আৰু মিছেছ্ ৱেষ্টন, মিঃ নাইট্‌লে আৰু হেৰিয়েটক নিমন্ত্ৰণ দিবলৈ ঠিক কৰা হ'ল। অৱশ্যে হেৰিয়েটে আহিবলৈ অনিচ্ছা প্ৰকাশ কৰিলে। সেয়ে এমাই এতিয়া জেন ফেয়াৰফেক্সক মাতিবলৈ ঠিক কৰিলে।

সকলোৱে নিমন্ত্ৰণ গ্ৰহণ কৰিলে। তেনেকুৱাতে ইজাবেলাৰ ডাঙৰ ল'ৰা দুটা লৈ জন নাইট্‌লে উপস্থিত হ'ল। তেওঁলোক আহি পোৱাত সন্ধিয়াটো মিঃ উদহাউছৰ বাবে অধিক আনন্দদায়ক হৈ পৰিল। অৱশ্যে বিশেষ কামৰ বাবে চহৰলৈ যাবলগীয়া হোৱাত মিঃ ৱেষ্টন আহিব পাৰিবনে নাই সেয়া নিশ্চিত নহ'ল। সেইদিনা সকলো সময় মতে গোট খালে। আৰু কথা-বতৰা পতাত লাগিল। মিঃ জন নাইট্‌লেই জেন ফেয়াৰফেক্সৰ লগত কথা পতাত লাগিল। তেওঁ জেনক আগৰপৰাই চিনি পাইছিল। তাতে সিদিনা ৰাতিপুৱা খোজ কাঢ়িবলৈ যাওঁতে জেনক বাটত লগ পাইছিল। তেতিয়া বৰষুণ পৰিবলৈ আৰম্ভ কৰিছিল, সেয়ে তেওঁ তাইক সুধিলে, "মই ভাবোঁ আজি ৰাতিপুৱা তুমি বেছি দূৰলৈ যোৱা নাছিলা, মিছ ফেয়াৰফেক্স, নহ'লে তুমি তিতিলাহেঁতেন। আমি কোনোমতেহে সময়তে ঘৰ পাইছোঁ।"

"মই ডাকঘৰলৈ গৈছিলোঁ, বৰষুণ ডাঙৰকৈ অহাৰ আগতে ঘৰ পাইছোঁহি। ইয়াত থাকিলে সেইটো মোৰ দৈনন্দিন কাম। মই নিজে গৈ মোৰ চিঠিবিলাক সংগ্ৰহ কৰি আনো। ৰাতিপুৱাৰ আহাৰ খোৱাৰ আগতে অলপ খোজ কঢ়াটো মোৰ বাবে ভাল।"

"কিন্তু মই ভাবোঁ বৰষুণত তিতাটো ভাল নহয়।"

"নহয়, আচলতে মই ওলাওঁতে বৰষুণ দিয়া নাছিল।"

তাৰ পাছত তেওঁলোকৰ মাজত চিঠি-পত্ৰ, বন্ধুত্ব আদি নানা কথা ওলাল। তেনেকুৱাতে আন মহিলাসকলক মাত লগাই মিঃ উদহাউছ জেনৰ ওচৰত উপস্থিত হ'ল। সদায় সকলোৱে স্বাস্থ্য সম্পৰ্কে সজাগ হৈ থকা মিঃ উদহাউছে জেন বৰষুণত

ওলাই যোৱা কথাটো শুনি চিন্তিত হ'ল। আৰু গাভৰুসকলে নিজৰ যত্ন ল'ব লাগে বুলি পৰামৰ্শ আগ বঢ়াই তাইৰ আইতাক আৰু মাহীয়েকৰ খবৰ ল'লে।

মিছেছ এল্টন জেন বৰষুণত ওলাই যোৱা কথাটো শুনি তাইৰ ওচৰলৈ আহিল, "মোৰ মৰমৰ জেন, মই এয়া কি শুনিছোঁ? বৰষুণত তিতি তুমি ডাকঘৰলৈ গৈছা? তুমি কেনেকৈ এনেকুৱা কাম কৰিব পাৰিছা? তোমাৰ যত্ন ল'বৰ বাবে মই নথকা কাৰণে তুমি এই কাম কৰিব পাৰিলা।"

জেনে ধৈৰ্য্য-সহকাৰে তেওঁক বুজালে যে তাইৰ অলপো ঠাণ্ডা লগা নাই। কিন্তু তেওঁ জেনৰ কথা মানিবলৈ অমান্তি হ'ল। বৰং মিছেছ ৱেষ্টনক মাতি জেনক বুজাবলৈ ক'লে। বসন্ত কালছোৱাত বিশেষকৈ যে যত্ন লৈ থাকিব সেই বিষয়ে তেওঁ জেনক বুজালে। মিছেছ এল্টনে শেষত ইমানখিনিলৈ ক'লে যে জেন চিঠি আনিবলৈ ডাকঘৰলৈ যাব নালাগে—তেওঁ লগুৱা এজন পঠাই চিঠিখিনি অনাই দিব।

জেনে বাৰে বাৰে 'নালাগে নালাগে' কৰাৰ পাছতো মিছেছ এল্টনে জেনৰ চিঠি লগুৱা এজনৰ হতুৱাই অনাব বুলি জোৰ কৰিলে। জেনে তেওঁৰ কথাৰ কোনো উত্তৰ নিদি আকৌ মিঃ জন নাইট্লেৰ লগত কথা পাতিবলৈ ধৰিলে।

ডাকঘৰৰপৰা গৈ গৈ ভাল হাতৰ আখৰৰ কথালৈ আহিল। মিঃ উদহাউছে তেওঁৰ দুই জীয়ৰীৰ হাতৰ আখৰ যে সুন্দৰ সেই কথা কৈ তেওঁলোকৰ প্ৰশংসা কৰিলে। ফ্ৰেংক চাৰ্চিলৰ হাতৰ আখৰ যে এজন ভদ্ৰলোকৰ হাতৰ আখৰ সেই কথা কৈ এমাই তাই দেখা সুন্দৰ আখৰৰ বিষয়ে তাইৰ মতামত প্ৰকাশ কৰিলে। মিছেছ ৱেষ্টনেও এমাক সমৰ্থন কৰিলে। কিন্তু মিঃ নাইট্লে এমাৰ লগত একমত নহ'ল।

"মই এই কথাত একমত নহয়, তেওঁৰ আখৰবিলাক যথেষ্ট সৰু সৰু, মহিলাৰ হাতৰ আখৰৰ নিচিনা।"

কিন্তু এই কথাটো এগৰাকী মহিলায়ো মানি নল'লে। আনকি এমাই ক'লে যে তাই সিটো কোঠাৰ লিখা মেজত থকা ফ্ৰেংক চাৰ্চিলৰ আখৰৰ নমুনা দেখুৱাব পাৰিব।

"তেওঁ লিখি দিয়া টোকা এটা মোৰ ওচৰত আছে, খোৱা-বোৱা হোৱাৰ পাছত মিঃ নাইট্লেক প্ৰত্যয় নিয়াবলৈ মই সেয়া দেখুৱাম বাৰু।"

"আহা! যেতিয়া ফ্ৰেংক চাৰ্চিলৰ দৰে সুন্দৰ ডেকা এজনে মিছ উদহাউছৰ নিচিনা সুন্দৰী মহিলা এগৰাকীলৈ লিখিব, অৱশ্যেই তেওঁ ভালৰো ভালকৈ লিখিবলৈ প্ৰয়াস কৰিবই।"

মেজত আহাৰ সজাই দিয়া হ'ল। মিঃ উদহাউছে মতাৰ আগতে মিছেছ এল্টনে আগে ভাগে গৈ খোৱা মেজ পালে।

জেনে ডাকঘৰৰপৰা নিজে চিঠি আনিব যোৱা কথাটো এমাৰপৰা সাৰি যোৱা নাছিল। তাই সকলো শুনিছিল আৰু অনুমান কৰিছিল জেনলৈ অহা চিঠিবোৰ নিশ্চয় আয়াৰলেণ্ডৰপৰা অৰ্থাৎ মিঃ ডিক্সনৰপৰা অহা।

তাই এই বিষয়ে সুধিব পাৰিলেহেঁতেন যদিও নুসুধিলে। তাই মন স্থিৰ কৰিলে যে তাই এনেকুৱা এটা শব্দও উচ্চাৰণ নকৰে যিটোৰপৰা জেন ফেয়াৰফেক্সে মনত আঘাত পাব পাৰে।

সকলো খোৱা কোঠা পালেগৈ।

## অধ্যায় ৩৫

খোৱা মেজৰপৰা মহিলাসকল ড্ৰয়িংৰুমলৈ আহিল। মিছেছ এল্টনে জেনৰ লগত আৰু মাজে-সময়ে দুই-এষাৰ এমাৰ লগতো কথা পাতিলে যদিও বেছিখিনি সময় তেওঁহে কথা কৈ গ'ল। বাকীবোৰে শুনি গ'ল। এমা আৰু মিছেছ বেষ্টনে দুয়ো নিজৰ ভিতৰতে কথা পাতিলে, নহ'লে নিৰৱে থাকিল। কাৰণ মিছেছ এল্টনে তেওঁলোকক কথা কোৱাৰ কোনো সুযোগ নিদিলে।

তেওঁ জেনৰ ভৱিষ্যত সম্পৰ্কে কিমান উদ্বিগ্ন তাকে জনালে। আৰু অতি সোনকালেই জেনৰ বাবে সংস্থাপন এটা উলিয়াই দিবলৈ বুলি আগভাগ ল'বলৈ বিচাৰিলে যদিও জেনে খোলাকৈয়ে তাত অনিচ্ছা প্ৰকাশ কৰিলে। কাৰণ, এতিয়াই তাইৰ ধাত্ৰীৰ কামত নিজকে নিয়োজিত কৰাৰ ইচ্ছা নাই। কেম্পবেলসকল উভতি আহিলে তাই তালৈ যাব আৰু তেওঁলোকে কি কয় চাব। তদুপৰি কাম কৰিবলৈ বিচাৰিলে বিজ্ঞাপনৰ কাৰ্য্যালয়লৈ গৈ আবেদন কৰিলেই কিবা এটা কাম পোৱা যায়। ধাত্ৰীৰ কাম কৰিবলৈ বিচাৰিলেওতো প্ৰথমতে ভদ্ৰলোকৰ পৰিয়াল এটা বিচাৰি পাব লাগিব।

যি হওক, তাইৰ বাবে ইমানকৈ চিন্তা কৰা বাবে তাই মিছেছ এল্টনৰ শলাগ ল'লে।

বৰ্তমান যাতে তেওঁ তাইৰ বাবে একো নকৰে তাৰ বাবে অনুৰোধ কৰিলে। কাৰণ দুই-তিনিমাহমান তাই যেনেকৈ আছে তেনেকৈয়ে থাকিব।

জেনে ইমানখিনি কোৱাৰ পাছতো কিন্তু মিছেছ এল্টন পিছুৱাই নগে আকৌ ক'লে, "আৰু ময়ো ধেমালি কৰি কোৱা নাই, মই তোমাক কথা দিছোঁ—মই সদায়ে তোমাৰ বাবে খবৰ কৰিম আৰু মোৰ বান্ধৱীক সংস্থাপন দিব পৰা কিবা এটা নিশ্চয় বিচাৰিম।"

মিছেছ এল্টনে এনেদৰে কথা কৈ থাকোঁতে মিঃ উদহাউছ কোঠালৈ সোমাই অহাত প্ৰসংগটো সলনি হ'ল। তেওঁ বৃদ্ধ মিঃ উদহাউছে তেওঁৰ প্ৰতি যি মনোযোগ দিছে আৰু আগ্ৰহ প্ৰকাশ কৰিছে তাকে কৈ তেওঁৰ প্ৰশংসা কৰিলে।

আটাইবোৰ ড্ৰয়িংৰুমত গোট খোৱাৰ সময়তে মিঃ ৱেষ্টনৰ আগমন ঘটিল। চহৰৰপৰা উভতি আহোঁতে পলম হোৱা বাবে নিশাৰ আহাৰ কৰি তেওঁ হাৰ্টফিল্ড পালেহি। তেওঁ আহি পোৱাত আটাইবোৰ উৎফুল্লিত হ'ল। একমাত্ৰ জন নাইট্‌লেহে আচৰিত হৈ নিৰৱে থাকিল। লণ্ডনত গোটেই দিনটো ৰাতিপুৱা আঠ বজাৰপৰা কাম কৰাৰ পাছত ঘৰলৈ উভতি আহি, পুনৰ আধামাইল দূৰৰ আন এঘৰলৈ আহিছে।—কিয়? ইয়াত গোট খোৱা মানুহবিলাকক লগ পাবলৈ। এতিয়া বিছনালৈ যোৱাৰ পৰত, এই ঠাণ্ডাখনত অন্য এঘৰলৈ আহিছে!

বিচুৰ্তি খাই তেওঁলৈ চাই জন নাইট্‌লেই ক'লে, "আনকি তেওঁৰ ক্ষেত্ৰতো এয়া সম্ভৱ হ'ব পাৰে বুলি মই ভাবিব নোৱাৰোঁ।"

মিঃ ৱেষ্টনে অৱশ্যে তেওঁৰ অৱজ্ঞাসূচক মনোভাব নুবুজি আন দিনাৰ নিচিনাকৈ উৎফুল্লিত ভাবেৰে বাকীসকলৰ লগত মিলি গ'ল। মিঃ ৱেষ্টনে বাটতে চিঠি এখন পালে। চিঠিখন আছিল ফ্ৰেংকৰপৰা মিছেছ ৱেষ্টনলৈ। বাটতে পাই তেওঁ লৈ আহিল আৰু পঢ়ি চালে। চিঠিখন আগ বঢ়াই মুখ্যতঃ তেওঁ মিছেছ ৱেষ্টনকে কথাখিনি ক'লে যদিও সকলোৱে শুনিলে, "পঢ়া পঢ়া, চিঠিখন পঢ়া, পঢ়ি তুমি অতিশয় আনন্দিত হ'বা; মাত্ৰ কেইটামান বাক্য, বেছি সময় নালাগিব; এমাকো পঢ়ি শুনোৱা।"

এমা আৰু মিছেছ ৱেষ্টনে চিঠিখন চালে। হাঁহি হাঁহি গোটেই সময়খিনিত মিঃ ৱেষ্টনে সক সককৈ কথা কৈ থাকিল যদিও কোঠাত থকা সকলোৱে শুনিলে, "তেওঁ আহিব, চোৱা বঢ়িয়া খবৰ নহয়নে? ভাল বাৰু, তুমি এতিয়া কি ক'বা? মই সদায় তোমাক কৈছিলোঁ—তেওঁ সোনকালেই আকৌ ইয়ালৈ আহিব, কোৱা নাছিলোঁনে? মোৰ মৰমৰ এন, মই এই কথাটো ক'লে তুমি বিশ্বাস কৰা নাছিলা। অহা সপ্তাহত তেওঁ মামীয়েকক লৈ লণ্ডনলৈ আহিব আৰু তাত কেইদিনমান থাকিব। কাইলৈ বা পৰহিলৈ

তেওঁলোক তালৈ আহিব। লণ্ডনত থকা আধা সময় তেওঁ আমাৰ ইয়াতে থাকিব। সেইটোৱেই মই বিচাৰিছিলোঁ। অতি সুন্দৰ খবৰ নহয়নে? এমাই পঢ়িলেনে? সামৰি থোৱা এতিয়া, পাছত আমি এই বিষয়ে কথা পাতিম।"

চিঠিখনে মিছেছ ৱেষ্টনক যথেষ্ট আনন্দিত কৰিলে। তেওঁৰ মুখত আৰু কথা-বতৰাত সেই কথা প্ৰকাশ পালে। এমাই কিন্তু তেওঁৰ নিচিনাকৈ কথা ক'ব নোৱাৰিলে। খবৰটোৱে যেন তাইৰ মনটো গধুৰ কৰি তুলিলে। তাই এই উদ্বিগ্নতাৰ কাৰণ বিচাৰি উলিয়াবলৈ যত্ন কৰিলে।

মিঃ ৱেষ্টনে, তেওঁ অনা খবৰটোৱে সকলোকে আনন্দিত কৰা বুলি ধৰি ল'লে। অথবা কথাখিনি তেওঁ পুনৰবাৰ তেওঁলোকৰ আগত কোৱাত তেওঁলোক যে আনন্দিত হোৱা নাই হয়তো সেই কথা নাভাবিলে। তেওঁলোক দজনক কথাটো কৈ জেন ফেয়াৰফেক্সৰ ওচৰলৈ গ'ল যদিও সেইখিনি পৰত জেনে জন নাইট্‌লেৰ লগত কথাত ব্যস্ত থকাত তেওঁ মিছেছ এল্টনৰ লগতে কথা পাতিবলৈ ধৰিলে।

## অধ্যায় ৩৬

"আশা কৰোঁ সোনকালেই মোৰ ল'ৰাক আপোনাৰ লগত চিনাকি কৰি দিয়াৰ আনন্দ মই পাম। মই ভাবোঁ আপুনি ফ্ৰেংক চাৰ্চিলৰ নাম শুনিছে। তেওঁ মোৰেই ল'ৰা, যদিও তেওঁ মোৰ উপাধি নিলিখে," মিঃ ৱেষ্টনে ক'লে।

"হয়, মই জানো আৰু তেওঁক লগ পালে আনন্দিত হ'ম," মিছেছ এল্টনে ক'লে।

মিঃ ৱেষ্টনে ফ্ৰেংকৰ বিষয়ে আৰু এন্সকম্বৰ চাৰ্চিল পৰিয়ালৰ বিষয়ে সকলো

কথা মিছেছ্ এল্টনৰ আগত বিশদভাৱে বৰ্ণনা কৰিলে। মিছেছ্ এল্টনেও মি০ ৱেষ্টনৰ আগত তেওঁৰ বায়েক-ভিনিহিয়েকৰ পৰিয়ালৰ কথা আৰু মেপল গ্ৰ'ভৰ ভূসম্পত্তিৰ কথা বিস্তৃতভাৱে বৰ্ণালে।

চাহ খোৱাৰ পাছত মি০ আৰু মিছেছ্ ৱেষ্টন আৰু মি০ এল্টন মি০ উদহাউছৰ লগত তাচপাত খেলিবলৈ বহিল। বাকীসকলৰ ভিতৰত মি০ নাইট্লেক কথা-বতৰাৰপৰা আঁতৰি থাকিব বিচৰা যেন দেখা গৈছিল। আনহাতে, মিছেছ্ এল্টনে সকলোৰে মনোযোগ বিচাৰি নোপোৱাত উৎসাহ হেৰুৱাই নিৰৱে বহি আছিল।

মি০ জন নাইট্লেই নিজকে ককায়েতকৈ কথকী বুলি প্ৰমাণিত কৰিলে। পাছদিনা ৰাতিপুৱাই তেওঁ উভতি যাবগৈ আৰু সেয়ে তেওঁ এমাক ক'লে, "এমা, ল'ৰাহঁতৰ সম্পৰ্কে তোমাক আৰু কিবা ক'বলৈ আছে বুলি নাভাবোঁ। বাইদেৱেৰাই তোমালৈ চিঠিত সকলো কথা ভালদৰেই লিখিছে। মই মাথোন এটা কথাই কওঁ; ল'ৰা দুটাক প্ৰশ্ৰয় নিদিবা আৰু শাস্তিও নিদিবা। আৰু যদি আমনি পোৱা সিহঁতক ঘৰলৈ পঠাই দিবা। কাৰণ সিহঁতে হুলস্থূল কৰি তোমাৰ দেউতাৰাক আমনি কৰিব পাৰে; আনকি তোমাকো, তোমাৰ যদি আনৰ ঘৰলৈ যোৱাৰ ব্যস্ততাবোৰ বাঢ়ে—যিবোৰ আজি অলপদিনৰপৰা বাঢ়িছে।"

"ব্যস্ততা বাঢ়িছে!"

"নিশ্চয়। যোৱা ছমাহ্ মানৰপৰা তোমাৰ জীৱনলৈ বহুত পৰিৱৰ্তন আহিছে। আগৰ তুলনাত এতিয়া তুমি ডিনাৰ পাৰ্টি আদিৰ বাবে বহুত ব্যস্ত হৈ থাকা। মই এদিনৰ বাবে আহিছোঁ, আহি দেখিছোঁ তুমি ব্যস্ত! এনেকুৱা আগতে হৈছিলনে? তোমাৰ ওচৰ-চুবুৰীয়া বাঢ়িছে আৰু তুমি তেওঁলোকৰ সৈতে অহা-যোৱা কৰিবলৈ লৈছা। ইজাবেলালৈ লিখা তোমাৰ চিঠিবিলাকে আমালৈ সেই ব্যস্ততাৰ খবৰবোৰ লৈ গৈ থাকে। ৰেণ্ডেল্ছ্, অকল ৰেণ্ডেল্ছে তোমালৈ যি পৰিৱৰ্তন আনি দিছে সিও বৰ চকুত পৰা।"

"হয়," তৎক্ষণাৎ তেওঁৰ ককায়েকে মাত লগালে, "ৰেণ্ডেল্ছেই এই সকলো কৰিছে।"

"ভাল কথা; আৰু মই ভাবোঁ ৰেণ্ডেল্ছৰ প্ৰভাৱ যিহেতু আগলৈও থাকিব, এমা যদি হেনৰি আৰু জনৰ বাবে অসুবিধা হয় দুয়োকে ঘৰলৈ পঠাই দিবা।"

"নালাগে, সেইটো কৰিব নালাগে, তেওঁলোকক ডনৱেললৈ পঠাই দিবা। মোৰ লগতে থাকিব," ককায়েক মি০ নাইট্লেই ক'লে। মই জানিবলৈ পালে ভাল পাম, মোৰ এই অসংখ্য পাৰ্টিৰ আপুনি নোহোৱাকৈ কেইটা পাৰ হৈছে, কওকচোন। মই আপোনাক

ভালদৰেই বুজি পাওঁ। আৰু," মিঃ জন নাইট্‌লেলৈ চাই তাই ক'লে, "আপোনাৰ ভাগ্য ভাল এদিনৰ বাবে আহিয়ে ইমানবিলাক বন্ধুক লগ পালে, আনন্দেৰে সময়খিনি কটাব পাৰিলে। কিন্তু মিঃ নাইট্‌লে," ককায়েক মিঃ নাইট্‌লেলৈ ঘূৰি তাই ক'লে, "মোৰ অকণমানি ভাগিন দুজনক ক'ব খোজোঁ সিহঁতৰ মাহীয়েক যদি এঘণ্টাৰ বাবে ঘৰত অনুপস্থিত থাকে, তেন্তে আপুনি পাঁচ ঘণ্টাৰ বাবে অনুপস্থিত থাকে; আৰু যেতিয়া ঘৰত থাকে তেতিয়াও হয় কিতাপ পঢ়ি, নহয় হিচাব-নিকাচ লৈ ব্যস্ত থাকে।"

এমাৰ কথা শুনি মিঃ নাইট্‌লেই হাঁহি লুকুৱাবলৈ যত্ন কৰিলে আৰু সফল হ'ল। কাৰণ সেইখিনি সময়তেই মিছেছ্ এল্টনে তেওঁৰ লগত কথা পাতিবলৈ আহিছিল।

## অধ্যায় ৩৭

ফ্ৰেংক চাৰ্চিল অহাৰ খবৰটোৱে এমাৰ মনত কি প্ৰতিক্ৰিয়া কৰিব সেই বিষয়ে অলপপৰ ভাবি তাই আশ্বস্ত হ'ল। তাই বুজি পালে ফ্ৰেংকৰ প্ৰতি তাইৰ কোনো আকৰ্ষণ নাই—তাই তাক ভাল নাপায়। যদি এই দুমাহৰ ব্যৱধানে তেওঁৰ অনুভূতিক শেষ কৰিব পৰা নাই তেন্তে সেয়া বিপদৰ কথা হ'ব। সাৱধান হোৱা দুয়োৰে বাবে প্ৰয়োজনীয় হ'ব। তাই তেওঁক উৎসাহ নিদিবৰ বাবে বদ্ধপৰিকৰ হ'ল।

ভবা ধৰণেই এন্সকম্বৰ পৰিয়ালটো সোনকালেই চহৰলৈ অহাৰ পাছত ফ্ৰেংক কেইঘণ্টামানৰ বাবে এদিন ৰেণ্ডলছ্‌লৈ আহিল। সোনকালেই তেওঁ হাৰ্টফিল্ডত উপস্থিত হ'লহি। তাইক লগ পাই যে ফ্ৰেংক আনন্দিত হৈছে তাত কোনো সন্দেহৰ অৱকাশ নাথাকিল। এমাই তেওঁক ভালদৰে লক্ষ্য কৰিলে। কিন্তু আগৰ নিচিনাকৈ তেওঁ যে এমাৰ প্ৰতি আসক্ত নহয় সেইটো স্পষ্ট হৈ পৰিছিল। সম্ভৱতঃ ইমানদিন আঁতৰি থকাৰ বাবে এয়া হৈছে।

তেওঁ আগৰ নিচিনাই আছে—উৎসাহী, কথকী আৰু হঁহাৰ বাবে প্ৰতিটো মুহূৰ্ততে সাজু। অৱশ্যে তেওঁ বেছি সময় থকা নাছিল। হাইবেৰিৰ কাৰোবাৰ কাৰোবাৰ ঘৰলৈ যাবলৈ আহিল বাবে মাত্ৰ পোন্ধৰ মিনিট থাকিয়ে গুচি গৈছিল।

তাইৰ সন্দেহ নাছিল যে তাইৰ প্ৰতি তেওঁৰ ভাল পোৱা আগতকৈ বহুত কমিছে, কিন্তু তেওঁৰ আচৰণৰপৰা সি সম্পূৰ্ণ নাইকিয়া হোৱা যেন লগা নাই।

দহ দিনৰ ভিতৰত মাথোন সেইদিনাহে প্ৰায়েই তেওঁ আহিব বুলি মনস্থ কৰিছিল যদিও মামীয়েকে তেওঁ আঁতৰি অহাটো সহ্য কৰিব পৰা নাছিল। মিছেছ চাৰ্চিলৰ স্বাস্থ্য ছমাহ আগতকৈ বহুত বেয়া হৈছে। আৰু সেই ভগ্ন স্বাস্থ্যেৰে তেওঁ যে বেছিদিন জীয়াই থাকিব সেইটো ফ্ৰেংকে বিশ্বাস কৰা নাছিল। কিন্তু দেউতাকে এই কথা মানি লোৱা নাছিল; তেওঁৰ মতে মিছেছ চাৰ্চিল আগৰ দৰে সুস্থ-সবল হৈয়ে আছে আৰু এই সকলোবোৰ মাথোন কাল্পনিকহে।

মিছেছ চাৰ্চিলে বেছি হুলস্থূল সহ্য কৰিব নোৱাৰিছিল। লণ্ডনৰ হুলস্থূলীয়া পৰিৱেশ তেওঁৰ বাবে অসহ্য হৈছিল, সেয়ে দহদিনৰ মূৰকত তেওঁক ৰিচ্‌মণ্ডলৈ লৈ যোৱা হ'ল। ফ্ৰেংকে কথাটো ৰেণ্ডেল্‌ছত জনালে। ডাক্তৰৰ পৰামৰ্শ মতে তেওঁক এই ঠাইলৈ লৈ যোৱা হৈছিল। আৰু এই পৰিৱৰ্তনৰপৰা সুফল পোৱা যাব বুলি আশা কৰা হৈছিল।

ৰেণ্ডেল্‌ছলৈ ফ্ৰেংকে লিখি পঠোৱা চিঠিবোৰৰপৰা এমাই জানিব পাৰিলে যে, এই ঠাইখন হাইবেৰিৰপৰা ওচৰত হোৱাত ফ্ৰেংক সৰহখিনি সময় তেওঁলোকৰ লগত কটাব পাৰিব বুলি আশা কৰিছে।

এই কথাত মিঃ ৱেষ্টন অতি আনন্দিত হ'ল। তেওঁ সদায় এইটোকে কামনা কৰি আছিল। ফ্ৰেংক এতিয়া ওচৰতে থাকিব। ন মাইল দূৰত্ব একো নহয়, এঘণ্টাৰ বাট।

ফ্ৰেংক ৰিচমণ্ডত থাকিবলৈ অহাৰপৰা ক্ৰাউন ইনত বলনাচৰ পাৰ্টিটো পতাটো নিশ্চিত হ'ল। আৰু সেই উদ্দেশ্যে সোনকালেই দিন এটা ঠিক কৰিবলৈ মনস্থ কৰা হ'ল। ফ্ৰেংকৰপৰা পোৱা চিঠিৰপৰা মিঃ আৰু মিছেছ ৱেষ্টনে জানিব পাৰিলে যে ৰিচ্‌মণ্ডলৈ অহাৰপৰা তেওঁৰ স্বাস্থ্যৰ ভালেখিনি উন্নতি হৈছে আৰু নিঃসন্দেহে, চৌবিছ ঘণ্টাৰ বাবে তেওঁ মামীয়েকক এৰি আহিব পাৰিব। গতিকে যিমান পাৰে সোনকালে দিন এটা ঠিক কৰিব লাগে। সেইমতে দিন এটা ঠিক কৰা হ'ল। মিঃ উদহাউছে এই পাৰ্টিলৈ নাযাবলৈ ঠিক কৰিলে।

# অধ্যায় ৩৮

আগতে ঠিক কৰি থোৱা মতে মিঃ আৰু মিছেছ ৱেষ্টনে বলনাচৰ পাৰ্টিটোৰ ব্যৱস্থা কৰিলে। সৌভাগ্যবশতঃ এইবাৰ কোনো বাধা আহি নপৰিল। অৱশেষত সেই দিনটো পালেহি। ৰাতিপুৱাৰেপৰা কিছু উদ্বিগ্নতাৰে আশা কৰি থকাৰ পাছত নৈশভোজৰ আগে নিশ্চিতভাৱে ফ্ৰেংক ৰেণ্ডেল্‌ছত উপস্থিত হ'ল। ইতিমধ্যে আগতীয়াকৈ হেৰিয়েটক লৈ তাত উপস্থিত হোৱা এমাৰ লগত 'ক্ৰাউন ইন'তে ফ্ৰেংক মুখামুখি হ'ল।

ফ্ৰেংক চাৰ্চিলে কাৰোবাক বিচাৰি থকা যেন দেখা গ'ল। যদিও তেওঁ একো কোৱা নাছিল, তেওঁৰ চকুৰ চাৱনিয়ে আজি যে আনন্দদায়ক সন্ধিয়া এটা পাব সেইটো প্ৰকাশ কৰিছিল। সকলো ঠিকে-ঠাকে আছেনে নাই তেওঁলোকে একেলগে চাই ফুৰিলে। তেনেকুৱাতে অগা-পিছাকৈ দুখন বাগী আহি ৰ'ল। তাৰে এখনত মিঃ ৱেষ্টনৰ পুৰণি বন্ধুৰ পৰিয়াল আৰু আনখনত তেওঁৰ সম্পৰ্কীয় ভায়েকৰ পৰিয়াল আহি নামিল।

ফ্ৰেংক তাইৰ ওচৰত থিয় হৈ আছিল যদিও থিৰেৰে থকা নাছিল। বেলেগ বাগী আহিছে নেকি চাবলৈ গৈছিল, অথবা বেলেগ বাগী আহিছে নেকি সেয়া শুনিবলৈ কাণ উনাইছিল।

মিছেছ এল্টনৰ কথা ওলাওঁতে ফ্ৰেংকে ক'লে, "মই তেওঁৰ কথা ইমান শুনিছোঁ যে তেওঁক চাবলৈ বৰ কৌতূহল হৈছে।"

বাগী এখনৰ শব্দ শুনা গ'ল। মিঃ আৰু মিছেছ এল্টন নামি আহিল। তেওঁলোকে মিছ বেট্‌ছ আৰু মিছ ফেয়াৰফেক্সক লৈ অহাৰ কথা আছিল যদিও পাহৰি আহিল। সেয়ে পুনৰ বাগীখন পঠিয়াই দিয়া হ'ল।

কেইমিনিটমান পাছত বাগীখন উভতি আহিল। কোনোবাই বৰষুণ দিয়াৰ কথা ক'লে। ফ্ৰেংকে ছাতি আছেনে নাই চাবলৈ গ'ল। মিঃ ৱেষ্টনো তেওঁৰ পিছে পিছে গৈছিল যদিও মিছেছ এল্টনৰ বাবে তেওঁ ৰ'বলগীয়া হ'ল। সেউতাকৰ আগত তেওঁ ফ্ৰেংকৰ প্ৰশংসা কৰিবলৈ ধৰাত ফ্ৰেংক লৰালৰিকৈ আঁতৰি গ'ল।

পুতেকৰ প্ৰশংসা মিঃ ৱেষ্টনে ঠিকেই শুনি আছিল। কিন্তু যেতিয়াই মিছেছ এল্টনে মেপল গ্ৰ'ভৰ কথা উলিয়ালে তেওঁৰ মনত পৰিল যে এইমাত্ৰ আহি পোৱা আলহীসকলক মাত লগাব লাগে, সেয়ে মিঃ ৱেষ্টন লৰালৰিকৈ সেইফালে আগ বাঢ়ি গ'ল।

মিছ বেট্‌ছ আৰু মিছ ফেয়াৰফেক্সক ভদ্ৰলোক দুজনে কোঠাটোলৈ আগ বঢ়াই



হেৰিয়েটক লৈ তাত উপস্থিত হোৱা এমাৰ লগত 'ক্ৰাউন ইন'তে ফ্ৰেংক মুখামুখি হ'ল।

আনিলে। তেওঁৰ লগত কথা পাতি থকা মিছেছ ৱেষ্টন আগ বাঢ়ি যোৱাত মিছেছ এল্টনেও আগ বাঢ়ি গৈ তেওঁলোকক সম্ভাষণ জনালে। কিন্তু মিছ বেট্‌ছৰ কথাৰ আগত সকলোৰে কথা তল পৰিল।

ফ্ৰেংক এমাৰ ওচৰলৈ উভতি আহিল। মিছ বেট্‌ছৰ কথা বন্ধ হোৱাত এমাই তাইৰ ওচৰত থিয় হৈ থকা মিছ ফেয়াৰফেক্স আৰু মিছেছ এল্টনৰ মাজৰ কথা-বতৰা শুনিবলৈ পালে। ফ্ৰেংক কিবা ভাবত বিভোৰ হৈ আছিল, সেয়ে তেওঁ তেওঁলোকৰ কথা শুনিছিল নে নাই এমাই ধৰিব পৰা নাছিল। জেনৰ সাজ-পোছাক আৰু তাই চুলি সজোৱা ষ্টাইলৰ বাবে তাইক প্ৰশংসা কৰাৰ পাছত মিছেছ এল্টনে নিজৰ সাজ-পোছাক আৰু চুলি বন্ধাৰ কথা কৈ নিজকে প্ৰশংসা কৰিলে। আৰু সিদিনাৰ নাচৰ কেন্দ্ৰবিন্দু যে তেওঁ নিজে সেই কথা প্ৰকাশ কৰাৰ লগতে ফ্ৰেংক চাৰ্চিলৰ প্ৰশংসা কৰিলে।

তেনেকুৱাতে ফ্ৰেংকে ইমান জোৰেৰে কথা ক'বলৈ ধৰিলে যে এমাই ভাবিবলৈ বাধ্য হ'ল যে তেওঁ নিশ্চয় নিজৰ প্ৰশংসা শুনিবলৈ ইচ্ছা নকৰি তেনে কৰিছে। খন্তেকৰ বাবে মহিলা দুগৰাকীৰ মাত তল পৰিল যদিও পুনৰ মিছেছ এল্টনৰ মাত শুনা গ'ল। মিছ ফেয়াৰফেক্সক তেওঁ 'জেন' বুলি কোৱা শুনি ফ্ৰেংক আচৰিত আৰু অসন্তুষ্ট হ'ল।

তেওঁ ক'লে, " 'জেন' বুলি ক'বলৈ সহজ। কিন্তু মিছ ফেয়াৰফেক্সনো একো কোৱা নাই কেলেই?"

"মিছেছ এল্টনক কেনে লাগিছে?" ফুচফুচাই এমাই সুধিলে।

"একো ভাল লগা নাই।"

"তুমি বৰ অকৃতজ্ঞ।"

"অকৃতজ্ঞ! তুমি কি কৈছা?" এমালৈ ঘোপাকৈ চোৱা ফ্ৰেংকৰ মুখত অলপ পাছতে হাঁহি বিৰিঙিল। "নক'বা, তুমি কি ক'ব খুজিছা মই জানিব নোখোজোঁ। মোৰ দেউতা ক'ত? আমি কেতিয়া নাচ আৰম্ভ কৰিম?"

এমাই তেওঁৰ কথা ভালদৰে বুজি নাপালে। দেউতাকক বিচাৰি গৈ খন্তেক পাছতে তেওঁ মিঃ আৰু মিছেছ ৱেষ্টনক লৈ আহিল। তেওঁলোকক অলপ বিবুধিত পৰা যেন দেখা গ'ল। মিছেছ এল্টনে নাচ আৰম্ভ কৰিব খোজে বুলি মিছেছ ৱেষ্টনে জানিব পাৰিলে। কিন্তু তেওঁ মিছ উদহাউছকহে সেই সন্মান দিব বিচাৰে। কিন্তু এতিয়া উপায় নাই।

এমাই সেই দুখজনক সত্যটো ধৈৰ্য্য সহকাৰে শুনিলে।

"কিন্তু তেওঁৰ বাবে যোগ্য লগৰীয়া এজন কোন হ'ব? তেওঁ ভাবে ফ্রেংকে তেওঁক নাচিবলৈ মাতিব লাগে।"

মিঃ ৱেষ্টনৰ কথা শুনি ফ্রেংক তৎক্ষণাত এমাৰ ওচৰ পালেহি আৰু তাইক আগৰ প্রতিজ্ঞাৰ কথা সোঁৱৰাই দিলে। মিঃ ৱেষ্টনে সেইটোৱেই বিচাৰিছিল। অৱশেষত মিছেছ ৱেষ্টনৰ কথা মতে মিঃ ৱেষ্টনেই মিছেছ এল্টনৰ নাচৰ সংগী হ'ল আৰু দুয়ো নাচ আৰম্ভ কৰিলে। তেওঁলোকৰ পিছে পিছে ফ্রেংক আৰু এমাই নাচিলে। এমা দ্বিতীয়তে গ'ল যদিও এই নাচৰ আয়োজন তাইৰ বাবেই বুলি তাই ঠাৱৰ কৰিলে।

মিছেছ এল্টনে ফ্রেংকৰ লগত নাচিবলৈ আশা কৰিছিল যদিও তেওঁ সুযোগটো হেৰুৱাব নিবিচাৰিলে। তদুপৰি মিঃ ৱেষ্টনতো পুতেকতকৈ ওপৰতহে। এমাৰ মনটো অলপ বেয়া লাগিছিল, নাচি তাই আনন্দিত হ'ল। মাথোন মিঃ নাইট্লেই ননচা দেখি তাইৰ মনটো অশান্ত হ'ল। একমাত্র তাইৰ নাচৰ লগৰীয়াজনৰ বাহিৰে ডেকাসকলৰ ভিতৰত এনে এজনো নাছিল যাৰ লগত মিঃ নাইট্লেৰ তুলনা কৰিব পাৰি। তেওঁ কেইখোজমান আগ বাঢ়ি আহোঁতে এমাই মন কৰিলে কিযে স্বভাৱজাত গাম্ভীর্য্য আৰু ভদ্রলোকসুলভ আচৰণৰ মানুহজন। যেতিয়াই এমাৰ চকুৱে চকুৱে পৰিছিল এমাই তেওঁক হাঁহিবলৈ বাধ্য কৰিলে। কিন্তু এনেয়ে তেওঁ বৰ গহীন হৈ থাকিল। তাই মনতে ভাবিলে ফ্রেংক চার্চিলে নাচ ভাল পোৱাৰ দৰে তেৰোঁ ভাল পোৱাহেঁতেন!—তেওঁ তাইক লক্ষ্য কৰি থকা যেন দেখা গৈছিল।

আনন্দদায়কভাৱে নাচ আগ বাঢ়িল। সকলোকে আনন্দিত যেন দেখা গ'ল। আহাৰ খোৱাৰ আগতে শেষৰ দুটা নাচত হেৰিয়েটৰ কোনো সংগী নাছিল। তাই অকলে বহি আছিল। অলপ আঁতৰত মিঃ এল্টন আপোন ভাবত বিভোৰ হৈ খোজ কাঢ়ি আছিল।

মিঃ এল্টনক তেনেদৰে দেখি মিছেছ ৱেষ্টনে সুধিলে, "মিঃ এল্টন, আপুনি নানাচে নেকি?"

"নিশ্চয়, সাজু আছোঁ, মিছেছ ৱেষ্টন, যদি আপুনি মোৰে সৈতে নাচে।"

"মই। নাই নাই! আপুনি মোতকৈ ভাল নাচৰ সংগী পাব। মই নাচিব নাজানো।"

মিছেছ ৱেষ্টনে তেওঁক মিছ স্মিথৰ কথা কোৱাত মিঃ এল্টনে ক'লে, "মিছ স্মিথ,—আহা! মই মনেই কৰা নাছিলোঁ। মই এতিয়া এজন বিবাহিত বুঢ়া মানুহ—মোৰ নচা দিন গ'লেই। মিছেছ ৱেষ্টন, মোক ক্ষমা কৰিব। অন্য কিবা কৰিবলৈ থাকিলে কওক; মই সানন্দে আপোনাৰ আদেশ পালন কৰিম।"

মিছেছ ৱেষ্টনৰ ক'বলৈ একো নাছিল। কিমান আচৰিত হৈ আৰু দুখ পাই তেওঁ

আঁতৰি গ'ল সেয়া এমাই উপলব্ধি কৰিলে। এইজনেই মিং এল্টন, যিজনক তাই অমায়িক, ভদ্ৰলোক বুলি কৈছিল।

কিন্তু তেনেকুৱাতে এমাই দেখিলে মিং নাইট্‌লে হেৰিয়েটৰ ওচৰলৈ আহি তেওঁৰ নাচৰ সংগী হ'বলৈ মাতিছে। হেৰিয়েট আচৰিত হ'ল। হেৰিয়েটৰ লগতে তাইৰ নিজৰ বাবেও এমা আনন্দিত হ'ল। তেওঁক ধন্যবাদ জনালে। কথা ক'ব পৰাকৈ তেওঁ ওচৰত নাছিল যদিও চকুৰে চকুৰে পৰাত, তাইৰ চকুৱে তাইৰ চেহেৰাই সেই কথা প্ৰকাশ কৰিলে।

নিশাৰ আহাৰৰ সময় হোৱা বুলি ঘোষণা হোৱাত নাচ সামৰি সকলো খোৱা মেজৰ ফালে আগ বাঢ়িল।

খোৱা-বোৱা শেষ হোৱাৰ পাছতো এমাই মিং নাইট্‌লেৰ লগত কথা পতাৰ সুযোগ পোৱা নাছিল। কিন্তু যেতিয়া সকলো পুনৰ নাচৰ কোঠালৈ গ'ল, অপ্ৰতিৰোধ্যভাৱে তাইৰ দুচকুৱে তেওঁক তাইৰ ওচৰলৈ আহ্বান জনালে। তেওঁ ওচৰলৈ অহাত এমাই তেওঁক ধন্যবাদ জনালে। মিং এল্টনৰ ৰূঢ়তাত, অনৈতিক কাৰ্য্যত তেওঁৰ খং উঠি আছিল। তেওঁ এমাক ক'লে, "তেওঁলোকে হেৰিয়েটতকৈ তোমাক বেছি আঘাত দিব খোজে। তেওঁলোক তোমাৰ শত্ৰু কিয়, এমা?"

এমাই একো উত্তৰ নিদিয়াত তেওঁ পুনৰ ক'লে, "তুমি একো নক'লা যে স্বীকাৰ কৰা, এমা, যে তুমি তেওঁক হেৰিয়েটক বিয়া কৰাবলৈ কৈছিলা।"

"হয়, মই কৈছিলোঁ, সেয়ে তেওঁলোকে মোক ক্ষমা কৰিব নোৱাৰে।"

মুখত মিচিকিয়া হাঁহিক প্ৰশ্ৰয় দি তেওঁ মূৰ জোকাৰিলে আৰু ক'লে, "মই তোমাক খং নকৰোঁ, তোমাক তোমাৰ নিজৰ বিবেচনাৰ ওপৰত এৰি দিছোঁ।"

"মই স্বীকাৰ কৰোঁ, মিং এল্টনক বুজাত মই ভুল কৰিছিলোঁ। আপুনি তেওঁক ধৰিব পাৰিছিল, কিন্তু মই পৰা নাছিলোঁ। মই সম্পূৰ্ণৰূপে প্ৰত্যয় গৈছিলোঁ যে তেওঁ হেৰিয়েটৰ প্ৰেমত পৰিছে।"

"আৰু মই তোমাক কৈছিলোঁ—তেওঁৰ বাবে ছোৱালী তুমি চাব নালাগে, তেওঁক নিজে চাবলৈ দিয়া। হেৰিয়েট স্মিথৰ কিছুমান ভাল গুণ আছে। যিবোৰ মিছেছ এল্টনৰ একেবাৰেই নাই। মই আশা কৰাতকৈ হেৰিয়েটে বহুত ভালকৈ কথা-বতৰা পাতিব জানে।"

এমা অতিশয় সন্তুষ্ট হ'ল। মিং বেষ্টনে হুলস্থূল কৰি সকলোকে পুনৰ নাচিবলৈ মতাত সিহঁতৰ কথাত বাধা পৰিল।

"তুমি কাৰ লগত নাচিবা?" মিঃ নাইট্‌লেই এমাক সুধিলে।

এখন্তেক ইতস্ততঃ কৰাৰ পাছত তাই উত্তৰ দিলে, "আপুনি যদি বিচাৰে তেন্তে আপোনাৰ লগতে।"

"সঁচাকৈয়ে নাচিবানে?" হাতখন আগ বঢ়াই তেওঁ সুধিলে।

"নিশ্চয় নাচিম। আপুনি দেখুৱালেই যে আপুনিও নাচিব পাৰে। আৰু আপুনিতো জানেই—আমিতো প্ৰকৃততে ভাই-ভনী নহয় যে আমি নাচিব নোৱাৰিম।"

"ভাই-ভনী! নহয়, নিশ্চয় নহয়।"

## অধ্যায় ৩৯

মিঃ নাইট্‌লেৰ স্পষ্টীকৰণত এমা আনন্দিত হ'ল। এইটো এমাৰ বাবে বলনাচৰ দিনাৰ এটা আনন্দদায়ক স্মৃতি হ'ল। পাছদিনা ৰাতিপুৱা ঘাঁহনিত খোজ কাঢ়ি থাকোঁতে তাই কথাটো মনত পেলাইছিল। মিঃ আৰু মিছেছ এল্টন সম্পৰ্কে যে দুয়ো একমত হৈছিল—এই কথাৰ বাবেও তাইৰ ভাল লাগিছিল। তদুপৰি, হেৰিয়েটক কৰা প্ৰশংসা, তাইৰ লগত নচা আদিৰ বাবে এমা তেওঁৰ ওচৰত কৃতজ্ঞ হৈছিল।

ৰাতিপুৱা ফ্ৰেংক চাৰ্চিল নাহিল। তেওঁ আগদিনাই কৈছিল দুপৰীয়া ৰিচ্‌মণ্ডলৈ যাব বাবে আহিব নোৱাৰিব। তাৰ বাবে অৱশ্যে তাইৰ কোনো দুখ নাছিল। তেনেকুৱাতে গেট খোলাৰ শব্দ শুনি তাই আশা নকৰা দুজন মানুহক একেলগে দেখা পালে—ফ্ৰেংক চাৰ্চিল আৰু তেওঁৰ বাহুত ভেজা দি আহি থকা হেৰিয়েট। অকল্পনীয় কিবা এটা ঘটা বুলি তাই প্ৰত্যয় গ'ল। ডাঙৰ কোঠাটো পোৱাত ভয়ত শেঁতা পৰি যোৱা হেৰিয়েটক চকীখনত বহাই দিয়াৰ লগে লগে তাই অচেতন হৈ গ'ল।

খন্তেক পাছতে এমাই গোটেই কথাখিনি জানিব পাৰিলে। মিছ স্মিথ, মিছেছ গডাৰ্ডৰ তাত একেলগে থকা মিছ বিকাৰটন একেলগে ওলাই আহি ৰিচ্‌মণ্ডলৈ যোৱা

বাটটোৰে আহি আছিল। তেনেকুৱাতে জিপ্‌ছি দল এটা সিহঁতৰ মুখামুখি হ'ল। সৰু ল'ৰা এটা ভিক্ষা বিচাৰি সিহঁতৰ ওচৰ চাপিলত হেৰিয়েটৰ বান্ধৱীজনী দৌৰি পলাল আৰু তাইকো দৌৰিবলৈ ক'লে, কিন্তু তাই দৌৰিব নোৱাৰিলে। ফ্ৰেংক চাৰ্চিল মিছেছ বেট্‌ছৰ ঘৰলৈ আহিছিল—তেওঁলোকৰপৰা নিয়া কেঁচীখন তেওঁ ওভতাই দিবলৈ আহি সেই মুহূৰ্তত সেইখিনি পাইছিল। পইচা বিচাৰি হেৰিয়েটক হেঁচা মাৰি ধৰা জিপ্‌ছি দলটো খেদি দি তেওঁ হেৰিয়েটক হাৰ্টফিল্ডলৈ লৈ আহিছে।

হেৰিয়েটৰ প্ৰতি ফ্ৰেংকৰ ব্যৱহাৰৰপৰা এমাৰ মনত নতুন কথা এটা খেলালে। তাই কল্পনা কৰিলে হেৰিয়েট আৰু ফ্ৰেংক ইজন সিজনৰ স'তে বেছ ভালকৈ মিলিব। তাই ভাবিলে ফ্ৰেংক আৰু হেৰিয়েটক ওচৰ চপাই দিয়া ঘটনাটো সৌভাগ্যজনক। তাইৰ আঁচনিখন চিন্তাৰ পৰ্য্যায়তে ৰাখিবলৈ ঠিক কৰিলে, কাৰণ হেৰিয়েটৰ ওপৰত ইতিমধ্যে তাই যথেষ্ট হস্তক্ষেপ কৰিছে।

এমাই প্ৰথমে জিপ্‌ছি দলটোৰ কথাটো দেউতাকক নক'ব বুলিয়ে ভাবিছিল। কাৰণ কথাটো জানিব পাৰিলে তেওঁ উদ্বিগ্ন হ'ব। কিন্তু তাই অনুভৱ কৰিলে যে কথাটো গোপন কৰাটো অসম্ভৱ, কিয়নো আধাঘণ্টাৰ ভিতৰতে ঘটনাটো গোটেই হাইবেৰিত জনাজাত হৈ পৰিল। এই ঘটনাটোৱে আগদিনাৰ বলনাচৰ কথা তল পেলাই দিলে। কথাটো জানিব পাৰি বেচেৰা মিঃ উদহাউছৰ বহি থকাতে কঁপনি উঠিল আৰু এমাক শপত খুৱালে যাতে এমা বাগিচাৰ বাহিৰলৈ নাযায়।

জিপ্‌ছিৰ দলটো লৰালৰিকৈ হাইবেৰিৰপৰা আঁতৰি গ'ল। গাভৰু ছোৱালীসকলে কোনো ভয়ভীত নোহোৱাকৈ আগৰ দৰে নিৰাপদে ওলাই-মেলি ফুৰিব পৰা হ'ল।

## অধ্যায় ৪০

এই ঘটনাৰ ভালেকেইদিনৰ পাছত সৰু টোপোলা এটা লৈ হেৰিয়েট এমাৰ ওচৰত উপস্থিত হ'ল। অকশমান ইতস্ততঃ কৰি তাই ক'লে, "মিছ উদহাউছ, আপোনাৰ যদি

সময় হয়, তেন্তে মই কথা এটা ক'ব খুজিছোঁ। আচলতে এক ধৰণৰ স্বীকাৰোক্তি আৰু তাৰ পাছত সকলো শেষ।"

এমা আচৰিত হ'ল; সাধাৰণ কথা নহয় নিশ্চয়। তাইক ক'বলৈ দিলে।

মিছ উদহাউছৰ ওচৰত তাই একো লুকুৱাবলৈ নিবিচাৰে—সেয়ে তাই আশা কৰিলে মিছ উদহাউছে যাতে তাইক বুজি পায়।... ইমানদিনে তাই কল্পনাৰ পৃথিৱীত বাস কৰিছিল। সেয়া একপ্ৰকাৰ তাইৰ বলিয়ালি বুলিয়ে ক'ব লাগিব। কিন্তু এতিয়া তাইৰ কল্পনাৰ সৌধ ভাগিছে—সেই মানুহজনত তাই এতিয়া একো বিশেষত্ব নেদেখে। তেওঁৰ স্মৃতি হিচাবে ৰাখি থোৱা বস্তু দুটা তাই এতিয়া মিছ উদহাউছৰ সম্মুখত নষ্ট কৰি পেলাব খোজে। তাইৰ মহামূল্যৱান বস্তু দুটা তাই এমাক দেখুৱালে—সুন্দৰকৈ ৰূপালী কাগজেৰে মেৰিয়াই থোৱা পেকেটটোৰ ভিতৰত আছিল কপাহেৰে মেৰিয়াই থোৱা এডোখৰ আগতে ব্যৱহাৰ কৰা, কটা ঘা আদিত লগোৱা আঠাযুক্ত বেণ্ডেজ, আৰু এডাল পুৰণি পেন্সিল।

হেৰিয়েটে সেই দিনবোৰৰ কথা মনত পেলাই দিয়াত এমা সঁচাকৈ লজ্জিত হ'ল। কাৰণ তাইৰ উৎসাহতে হেৰিয়েট মিঃ এল্টনৰ প্ৰেমত পৰিছিল। (অৱশ্যে তাই সাঁচি ৰখা বস্তু দুটা দেখি এমাই আমোদো পালে।)

"মোৰ মৰমৰ হেৰিয়েট, তুমি বাৰু এতিয়াও এই বস্তুবিলাক সাঁচি ৰাখি সুখী হৈছিলানে?"

"হয়, মই মুৰ্খ আছিলোঁ। এতিয়া ভাবি লাজ পাইছোঁ আৰু যিমান সোনকালে পুৰি পেলাব পাৰোঁ, সিমান সোনকালে মই পাহৰিব পাৰিম। তেওঁৰ বিয়াৰ পাছত এই স্মৃতিবোৰ ৰাখি মই বৰ ভুল কৰিছোঁ। কথাটো মই জানিছিলোঁ যদিও আঁতৰাব পৰাৰ জোখাৰে সিদ্ধান্ত ল'ব পৰা নাছিলোঁ। এতিয়া মই এইবোৰৰপৰা হাত সাৰিব খোজোঁ। কাৰণ এই দুটা বস্তু জুইত জাপি দিয়াৰ লগে লগে মিঃ এল্টনৰ সকলো শেষ হ'ব—ভগৱানক ধন্যবাদ।"

"আৰু তাৰ পাছত মিঃ চাৰ্চিল আৰম্ভ হ'ব নেকি?" এমাই মনতে ভাবিলে।

তাৰ কেইদিনমান পাছত এমাই সেই কথাটো ঠিকেই বুলি ভবাৰ কাৰণ বিচাৰি পালে। এমা আৰু হেৰিয়েটে কথা পাতি থাকোঁতে এমাই হেৰিয়েটক সোনকালে বিয়া পতাৰ কথা ক'লে।

এখন্তেক নিৰবে থাকি হেৰিয়েটে গহীনকৈ উত্তৰ দিলে যে তাই কেতিয়াও বিয়া নহয়।

তৎক্ষণাৎ হেৰিয়েটৰ মুখলৈ চাই এমাই উপলব্ধি কৰিলে তাই কিয় তেনেদৰে কৈছে। কিন্তু কথাটো হেৰিয়েটক জনাই দিয়াটো উচিত হ'বনে নহয় এমাই ঠিক কৰিব নোৱাৰিলে। তাই উত্তৰ দিলে, "বিয়া নহোৱা? এইটো এটা নতুন সিদ্ধান্ত।" তাই উত্তৰ দিলে, "বিয়া নোহোৱা? এইটো এটা নতুন সিদ্ধান্ত।"

"এইটো এনে এটা সিদ্ধান্ত যিটো কেতিয়াও সলনি কৰিব নোৱাৰোঁ।"

অলপ ইতস্ততঃ কৰি এমাই সুধিলে, "মি০ এল্টনৰ বাবে নহয়তো?"

"মি০ এল্টনৰ বাবে!" খং আৰু অৱজ্ঞাৰে তাই ক'লে, "কেতিয়াও নহয়। তেওঁ মি০ এল্টনতকৈ বহুত বেছি ওপৰত।"

এমাই কথাটো চিন্তা কৰিবলৈ অলপ সময় ল'লে। তাইক সুধিব, নে তাইৰ কথাবোৰ শুনি থাকিব, নে উত্তৰ দিব, নে কি কৰিব তাই মনতে যুকিয়ালে। তাই ঠিক কৰিলে এতিয়াই তাইৰপৰা ক'ব খোজাখিনি সুধি লোৱাটোৱেই বুধিয়কৰ কাম হ'ব। সিদ্ধান্ত লোৱাৰ পাছত তাই সুধিলে, "হেৰিয়েট, বিয়া নকৰাবলৈ লোৱা তোমাৰ সিদ্ধান্তটো বাৰু তুমি বিয়া কৰাবলৈ বিচৰা মানুহজনৰ স্থান সামাজিকভাৱে তোমাৰ স্থানতকৈ ওপৰত বুলি তুমি ভাবা বাবেই নহয় জানো?"

"আহ! মিছ উদহাউছ, বিশ্বাস কৰক মোৰ এনে কোনো অভিলাষ নাই। মই তেওঁক আঁতৰৰপৰাই প্ৰশংসা কৰিবলৈ ভাল পাওঁ।"

"তোমাৰ কথাত মই আচৰিত হোৱা নাই, হেৰিয়েট। তেওঁ তোমাৰ প্ৰতি যি উপকাৰ আগ বঢ়াইছে সেয়াই তোমাৰ জয় কৰিবৰ বাবে যথেষ্ট।"

"উপকাৰ! এইটো এনেকুৱা এটা বুজাব নোৱৰা কথা! সেই স্মৃতি, আৰু মোৰ সেই সময়ত কি অৱস্থা! মই যেতিয়া তেওঁক অহা দেখিলোঁ, তেওঁৰ সেই অসাধাৰণ দৃষ্টি আৰু মোৰ সেই দুঃখজনক অৱস্থা। সম্পূৰ্ণ দুখৰপৰা সম্পূৰ্ণ সুখলৈ—কি যে পৰিবৰ্তন!"

এইটো অতি স্বাভাৱিক। এই বিষয়ে মই তোমাক একো উপদেশ নিদিওঁ। কিন্তু তুমি তোমাৰ আবেগক তোমাৰ বশত ৰাখিবা আৰু তেওঁক ভালদৰে লক্ষ্য কৰিবা। তেওঁৰ ব্যৱহাৰে তোমাৰ অনুভূতিক পৰিচালিত কৰিব। আগলৈ আমি এই বিষয়ে আৰু একো কথা নাপাতোঁ। মুখলৈ কাৰো নাম নানো।

এমাই উৎসাহিত কৰা দেখি কৃতজ্ঞতাত গদ্‌গদ্ হৈ হেৰিয়েটে এমাৰ হাতত চুমা খালে।

# অধ্যায় ৪১

আঁচনি, আশা, উপেক্ষা এইবোৰৰ মাজেৰে হাৰ্টফিল্ডলৈ জুন মাহ আহিল। অৱশ্যে হাইবেৰিত তেনে কোনো পৰিৱৰ্তন অহা নাছিল। এল্টন পৰিয়ালে তেতিয়াও ছাক্‌লিং পৰিয়াল অহাৰ কথা কৈ ফুৰিছিল। কেম্পবেল পৰিয়াল আয়াৰলেণ্ডৰপৰা অহাত আৰু পলম হ'ব বাবে জেন ফেয়াৰফেক্স তেতিয়াও আইতাকৰ ঘৰতে আছিল।

মিঃ নাইট্‌লে প্ৰথমৰেপৰাই ফ্ৰেংক চাৰ্চিলক বৰ এটা ভাল নাপাইছিল। দিন যোৱাৰ লগে লগে সেই ভাব বেছি হৈছিল। তেওঁৰ সন্দেহ হৈছিল ফ্ৰেংক চাৰ্চিলে এমাক লগতে হাব-ভাব থকা যেন দেখুৱায় যদিও আচলতে তেওঁ দুই-তৰপীয়া খেলহে খেলিছে। ফ্ৰেংকৰ ব্যৱহাৰ, চালচলন, মনোযোগ আদিত তেওঁ যেন সঁচাকৈ এমাৰ প্ৰতি আকৰ্ষিত; আনহাতে মিঃ ৱেষ্টনৰ ইংগিত, মিছেছ ৱেষ্টনৰ নিৰৱতা এই সকলো একেটা সূৰতে বন্ধা। কিন্তু এমাই আকৌ ফ্ৰেংকক হেৰিয়েটৰ ফালে ঢাল খুৱাবলৈহে যত্ন কৰিছে। মিঃ নাইট্‌লেৰ কিন্তু সন্দেহ হ'ল যে ফ্ৰেংকৰ মনোযোগ যেন জেন ফেয়াৰফেক্সৰ পিনেহে। দুয়োৰে মাজত যি প্ৰশংসাসূচক চাৱনিৰ আদান-প্ৰদান হয়, সেয়া এমাৰ প্ৰেমিকৰ আন এগৰাকীৰ প্ৰতি থাকিব নালাগিছিল। তেওঁলোকৰ মাজত যে কিবা এক বুজাবুজি আছে সেই কথাটো মিঃ নাইট্‌লেই ধৰিব পাৰিছিল।

এদিনাখন নিশাৰ আহাৰ খোৱাৰ পাছত মিঃ নাইট্‌লে হাৰ্টফিল্ডলৈ আহিল। এমা আৰু হেৰিয়েটো খোজ কাঢ়িবলৈ গৈছিল, তেওঁলোক লগা-লগি হ'ল। উভতি আহোঁতে তেওঁলোকে মিঃ আৰু মিছেছ ৱেষ্টন, ফ্ৰেংক, মিছ বেট্‌ছ আৰু তেওঁৰ ভাগিনীয়েক সকলোকে হাৰ্টফিল্ডৰ পদূলিমূৰত লগ পালে। এমাই তেওঁলোক সকলোকে চাহ খাবৰ বাবে ভিতৰলৈ মাতিলে।

তেনেকুৱাতে মিঃ পেৰি ঘোঁৰা চেঁকুৰাই সেইপিনে পাৰ হৈ যোৱাত ভদ্ৰলোককেইজনে তেওঁৰ ঘোঁৰাৰ বিষয়ে কথা পাতিলে।

"বাৰু মিঃ পেৰিৰ বাগী লোৱা আঁচনিটোৰ কি হ'ল?" ফ্ৰেংক চাৰ্চিলে মিছেছ ৱেষ্টনক সুধিলে।

মিছেছ ৱেষ্টন আচৰিত হ'ল, তেওঁ এই বিষয়ে একো নাজানে বুলি ক'লে যদিও ফ্ৰেংকে বিশ্বাস নকৰিলে। কাৰণ তেৱেঁই চিঠিত এই কথা লিখিছিল বুলি ন-দি ক'লে।

মিছেছ ৱেষ্টনে সেই বিষয়ে এটা শব্দও নাজানে বুলি কোৱাত ফ্ৰেংক আচৰিত হ'ল। আৰু সেই কথা চাগে তেওঁ সপোনতে দেখিছিল বুলি ক'লে। মিঃ ৱেষ্টনে ধেমালি

কৰি ক'লে যে তেওঁ চাগে এল্‌কম্বত হাইবেৰিৰ সপোন দেখি থাকে আৰু সেয়া সপোনতে দেখিছে।

তেওঁলোকৰ মাজত হৈ থকা কথাটো শুনি মিছ বেট্‌ছে ক'লে যে, ফ্ৰেংক চাৰ্চিলে সপোন দেখা নাই। কথাটো সঁচা। যোৱাটো বসন্তকালতে এই কথাটো ওলাইছিল। মিছেছ পেৰিয়ে তেওঁৰ মাকক কথাটো কৈছিল। মাকে জেন আৰু তেওঁক কৈছিল। অৱশ্যে কথাটো তেওঁলোকৰ বাহিৰে আন কোনোৱে নাজানিছিল। তেওঁ আজিলৈকে কথাটো কাকো কোৱা নাই।

তেওঁলোক আটায়ে ডাঙৰ কোঠাটোত সোমাল। মিং নাইট্‌লেই মিছ বেট্‌ছ আৰু এক পলকৰ বাবে জেনলৈ চালে। তেওঁ ফ্ৰেংকলৈও চালে। ফ্ৰেংকে জেনৰ চকুৰে চকুৰে চাবলৈ যত্ন কৰি ব্যৰ্থ হোৱা দেখা পালে। তাই কালৈকো নোচোৱাকৈ তেওঁলোকৰ মাজেৰে পাৰ হৈ গ'ল।

এই সম্পৰ্কে কোনো কথা আগ নাবাঢ়িল। চাহ পৰিৱেশিত হ'ল। বিভিন্ন বিষয়ৰ কথা-বতৰা পাতি আটাইবোৰ বহি ৰ'ল।

'পাজল গেম' খেলিবলৈ ইচ্ছা কৰি ফ্ৰেংক চাৰ্চিলে এমাৰ আখৰৰ বাকছটো বিচাৰিলে।

ফ্ৰেংকৰ প্ৰস্তাৱটোত এমা অতি আনন্দিত হ'ল আৰু বাকছটো উলিয়াই দিলে। সিহঁত প্ৰত্যেকে আখৰবিলাক লৈ শব্দ সজাত লাগিল।

ফ্ৰেংক চাৰ্চিলে মিছ ফেয়াৰফেক্সৰ সম্মুখত এটা শব্দ পাতিলে। তাৰ পাছত এমাৰ আগত এটা শব্দ পাতিলে। এমা আৰু ফ্ৰেংক ওচৰা-উচৰিকৈ বহিছিল। জেন সিহঁতৰ বিপৰীতে বহিছিল।

মিং নাইট্‌লেই বহি থকাৰপৰাই সকলো দেখা পাইছিল। শব্দটো আছিল 'ভুল' (blunder)। হেৰিয়েটে শব্দটো চিঞৰি দিওঁতে জেন লাজত ৰঙা পৰি গ'ল। মিং নাইট্‌লেই শব্দটোক সেই সপোনৰ কথাটোৰ লগত জোৰা দিব খুজিলে যদিও কেনেদৰে দিব সেইটো তেওঁৰ বোধশক্তিৰ বাহিৰত থাকি গ'ল।... তাৰ পাছত ফ্ৰেংকে এমাৰ বাবে সজা শব্দটো দেখি এমাই আমোদ পোৱা যেন দেখা গ'ল। জেনক দেখুৱাবনে নাই বুলি সোধাত হাঁহি মাৰি এমাই "নালাগে" বুলি উত্তৰ দিলে।

কিন্তু ফ্ৰেংকে দেখুৱালে। কৌতূহলবশতঃ মিং নাইট্‌লেই শব্দটো চাবলৈ বিচাৰিলে। শব্দটো আছিল 'ডিক্সন'। মিছ ফেয়াৰফেক্সে শব্দটো চালে, আৰু বাকীসকলে তাইলৈ চাই থকা দেখি লাজতে ৰঙা পৰি ক'লে, "নামেৰে শব্দ সজাৰ

নিয়ম চলে বুলি মই জনা নাছিলোঁ।” খণ্ডেৰে আখৰকেইটা ঠেলি দি তাই আৰু কোনো শব্দ নাচাবলৈ ঠিক কৰিলে।

তাই মাহীয়েকৰ পিনে চোৱাত, যদিও জেনে একো কোৱা নাছিল তেওঁ চিঞৰি ক'লে, “ময়ো একেটা কথাকে ক'ব খুজিছিলোঁ, মোৰ মৰমৰ আইজনী, আমি যাব লাগে, সন্ধিয়া হৈছে আৰু আইতাৰাই চাগে আমালৈ বাট চাই আছে।”

মিঃ উদহাউছক ধন্যবাদ আৰু শুভৰাত্ৰি জনাই তেওঁলোক গ'লগৈ।

বাকী সকলো যোৱাৰ পাছতো মিঃ নাইট্লে হার্টফিল্ডতে থাকিল আৰু তেওঁ কি দেখিলে সেয়া চিন্তাতে মগ্ন হৈ থাকিল। তেওঁ এই বিষয়ে এমাক এটা ইংগিত দিয়া উচিত হ'ব বুলি ভাবিলে।

“এমা, মই বাৰু তোমাক সুধিব পাৰোঁনে, তুমি কি কথাৰ বাবে ইমান আমোদ পাইছিলা? জেন ফেয়াৰফেক্সক মিঃ ফ্ৰেংকে দিয়া শেষ শব্দটো কি আছিল তাইৰ যে খং উঠিছিল?”

এমা বিবুদ্ধিত পৰিল। তাই সঁচা কথাটো ক'ব নোৱাৰে। কাৰণ সেয়া তাইৰ সন্দেহৰ কথাহে মাথোন। সেয়ে সিহঁতে ধেমালি কৰিছে বুলি তাই উত্তৰ দিলে।

তেওঁ পুনৰ সুধিলে, “মোৰ মৰমৰ এমা, তুমি ভাবানে বাৰু, আমি যে ভদ্ৰলোক আৰু ভদ্ৰমহিলাগৰাকীৰ কথা কৈছোঁ—তেওঁলোকৰ মাজৰ সম্পৰ্কৰ কথা তুমি ভালকৈ বুজি পোৱা?”

“মিঃ ফ্ৰেংক চাৰ্চিল আৰু মিছ ফেয়াৰফেক্সৰ কথা? হয় জানো। আপুনি কিয় সন্দেহ কৰিছে?”

“তুমি বাৰু এবাৰৰ বাবেও ভবা নাইনে যে তেওঁলোকৰ ইজনৰ প্ৰতি সিজনৰ আকৰ্ষণ আছে?”

“কেতিয়াও নহয়, হ'বই নোৱাৰে। আপোনাৰ মনলৈ বাৰু এনে এটা কথা আহিল কেনেকৈ?”

“মই ভাবোঁ আজি অলপ দিনৰপৰা মই দুয়োৰে মাজত এনে সম্পৰ্ক থকাৰ লক্ষণ দেখা পাইছোঁ।”

“অহ! আপুনি সঁচাকৈয়ে মোক হঁহুৱালে। মই জানিবলৈ পাই আনন্দিত হৈছোঁ যে আপুনি আপোনাৰ কল্পনাক অতি অনুগ্ৰহেৰে ইফালে-সিফালে যাবলৈ দিছে। এই সকলো আপোনাৰ কল্পনাহে। তেওঁলোকৰ মাজত তেনে কোনো সম্পৰ্ক নাই।”

এমাই এই সম্পৰ্কে ভালেমান যুক্তি দিয়াত মিঃ নাইট্লে মনে মনে ৰ'বলৈ বাধ্য হ'ল।

# অধ্যায় ৪২

দীৰ্ঘদিন ধৰি মিং আৰু মিছেছ ছাক্‌লিং হাইবেৰিলৈ আহিব বুলি প্ৰচাৰ হোৱা খবৰে হাইবেৰিক টৌৱাই যোৱাৰ পাছত খবৰ আহিল যে শৰতকাল পৰ্য্যন্ত তেওঁলোক আহিব নোৱাৰিব। মিছেছ এল্টন অতিশয় হতাশ হ'ল। ইমানদিনে তেওঁ বায়েকহঁত আহিলে বক্সহিললৈ যোৱাৰ যি আঁচনি কৰিছিল সকলো বাদ দিবলগীয়া হ'ল। তেওঁ ভাবিলে ছাক্‌লিংসকল নাহে যদিও তেওঁলোকেইচোন যাব পাৰে—শৰতকালত তেওঁলোক আহিলে আকৌ যাব।... এমা বক্সহিললৈ কেতিয়াও যোৱা নাই। সকলোৱে চাবলগীয়া বুলি কোৱা বক্সহিলতনো কি আছে এমাৰ চাবলৈ মন গ'ল। সেয়ে মিং ৰেষ্টন আৰু তাই সুন্দৰ ৰাতিপুৱা এটাত দুজনমান লগৰীয়া লৈ তালৈ যোৱাৰ কথা ভাবিলে।

কিন্তু মিং ৰেষ্টনে মিছেছ এল্টনক লগ ধৰাত এমা আচৰিত আৰু কিছু অসন্তুষ্টও হ'ল। মিছেছ এল্টনৰ বায়েক-ভিনিহিয়েক যিহেতু নাহে দুয়োটা পাৰ্টি লগ হৈ একেলগে যোৱাটো ঠিক হ'ল।

"মই যিটো কৰিছোঁ তাত যে তুমি মান্তি হৈছা, তাৰ বাবে মই আনন্দিত হৈছোঁ। এনেদৰে ফুৰিবলৈ গ'লে কেইজনমান মানুহ হ'লে ভাল লাগে। আৰু তেওঁ এগৰাকী ভাল আচৰণৰ মহিলা; তেনে মহিলাক দলৰপৰা বাহিৰত থ'ব নোৱাৰি।"

মিং ৰেষ্টনে কোৱা এই দুয়োটা কথা এমাই খোলাকৈ অস্বীকাৰ নকৰিলে যদিও মনে মনে দুয়োটা কথাতে তাই অসন্মত হ'ল।

জুন মাহৰ মাজভাগ পালেহি আৰু বতৰ বৰ সুন্দৰ হ'ল। মিছেছ এল্টনে সোনকালে দিন এটা ঠিক কৰাৰ বাবে একপ্ৰকাৰ অধৈৰ্য্য হৈ পৰিছিল। মিং ৰেষ্টনৰ লগ লাগি তেওঁ আয়োজন আৰম্ভ কৰিলে যদিও তেনেকুৱাতে বাগীৰ ঘোঁৰা এটা খোৰা হোৱাত সেই আঁচনিৰ নিশ্চয়তা নাইকিয়া হ'ল। ঘোঁৰাটো ভাল হ'বলৈ কেইবাসপ্তাহো লাগিব পাৰে—কেইদিনমানো লাগিব পাৰে।

"এয়া সঁচাকৈয়ে বিৰক্তিদায়ক নহয়নে বাৰু, মিং নাইট্‌লে? ইমান সুন্দৰ বতৰ... এনেদৰে পলম হ'লে বৰ বেয়া লাগে।"

মিছেছ এল্টনৰ কথা শুনি মিং নাইট্‌লেই ক'লে, "আপোনালোক ডনৱেল চাবলৈকে আহক। তালৈ আহিবলৈ ঘোঁৰাৰো প্ৰয়োজন নাই। মোৰ বাগিচাৰ ষ্ট্ৰবেৰিবোৰ খাবলৈ আহক, সেইবোৰ বঢ়িয়াকৈ পকিছে।"

মিং নাইট্‌লেই ধেমালিকৈ কৈছিল যদিও, সেইটো কৰিবলৈ তেওঁ বাধ্য হ'ল।

কাৰণ তেওঁৰ প্ৰস্তাৱ সকলোৱে আনন্দেৰে গ্ৰহণ কৰিলে। আনকি তাৰ পাৰ্টিটোৰ আয়োজন কৰাৰ দায়িত্ব জেন ফেয়াৰফেক্সৰ সৈতে মিছেছ এল্টনে ল'ব বিচাৰিলে।

কিন্তু মিং নাইট্‌লেই জনালে যে তেওঁৰ ঘৰলৈ মিছেছ নাইট্‌লে নহা পৰ্য্যন্ত সেই দায়িত্ব তেওঁ নিজে পালন কৰিব।

তাৰ পাছতো মিছেছ এল্টনে বাহিৰত বহি আহাৰ খোৱা আৰু আন আন বিভিন্ন আঁচনি আগ বঢ়ালে যদিও মিং নাইট্‌লেই সকলো আঁচনি অগ্ৰাহ্য কৰিলে।

মিং নাইট্‌লেই বাহিৰত মেজ পাতি আহাৰ কৰাৰ আঁচনি এৰাই চলাৰ আন এটা কাৰণ আছিল। তেওঁ এমা আৰু মিং উদহাউছে এই পাৰ্টিত যোগ দিয়াটো বিচাৰিছিল আৰু তেওঁ জানে তেওঁলোকৰ এজনেও বাহিৰত বহি খাবলগীয়া হ'লে অসুখত পৰিব।

আন্তৰিকতাৰে তেওঁ মিছ উদহাউছক নিমন্ত্ৰণ জনালে। মিং উদহাউছে নিমন্ত্ৰণ গ্ৰহণ কৰিলে। দুবছৰ ধৰি তেওঁ ডনৱেললৈ যোৱা নাই। তেওঁ ক'লে যে এমা আৰু হেৰিয়েটৰ লগত তেওঁ যাব আৰু মিছেছ ৱেষ্টনৰ লগত ভিতৰত বহি থাকিব। ছোৱালীহঁতে বাগিচাত ফুৰিব। দিনৰ ভাগত বাহিৰত ফুৰিলে ঠাণ্ডা নালাগিব নিশ্চয়। মিছেছ এল্টন আৰু অন্য চুবুৰীয়াসকলক লগ পালে তেওঁ সুখী হ'ব। নিজৰ লগতে হেৰিয়েট আৰু এমাৰো যোৱাত কোনো আপত্তি থাকিব নালাগে। মিং নাইট্‌লেই তেওঁলোকক নিমন্ত্ৰণ জনাই বৰ ভাল কাম কৰিছে। আৰু বাহিৰত নোখোৱাৰ সিদ্ধান্তটো লৈ অতি বুধিয়কৰ কাম কৰিছে।

মিং নাইট্‌লে ভাগ্যৱান আছিল, কাৰণ তেওঁৰ নিমন্ত্ৰণৰ সঁহাৰিত প্ৰতিজনৰপৰাই তেওঁৰ এই আঁচনিৰ বাবে তেওঁ প্ৰশংসা পাইছিল। এমা আৰু হেৰিয়েটে এই পাৰ্টিটোৰপৰা অতিশয় আনন্দিত হ'ব পাৰিব বুলি আশা কৰিলে। মিং ৱেষ্টনে তেওঁক নোকোৱা সত্ত্বেও ফ্ৰেংকক ইয়াত যোগ দিবলৈ মাতিব বুলি কথা দিলে। ভাল নাপালেও বাধ্য হৈ মিং নাইট্‌লেই ফ্ৰেংকক দেখা পালে আনন্দিত হ'ব বুলি জনালে।

ইতিমধ্যে খোৰা ঘোঁৰাটো ভাল হ'ল আৰু সেইবাবে বক্সহিললৈ যোৱাৰ কথাটো পুনৰ বিবেচনা কৰা হ'ল। ডনৱেলৰ পাৰ্টিৰ পাছদিনা বক্সহিলৰ কথা ভবা হ'ল।

মিং উদহাউছ নিৰাপদে ডনৱেলত উপস্থিত হৈ তেওঁৰ বাবে বিশেষভাৱে সাজু কৰা কোঠাটোৰ জুইৰ ওচৰত বহিল। ভালদৰে বহি লৈ তেওঁ কথা ক'বলৈ আৰম্ভ কৰিলে আৰু সকলোকে বহিবলৈ পৰামৰ্শ দিলে। খোজ কাঢ়ি আহি মিছেছ ৱেষ্টন ভাগৰি পৰিছিল। সেয়ে তেওঁ মিং উদহাউছৰ লগতে বহি ৰ'ল।

সুদীৰ্ঘ দিনৰ বিৰতিৰ পাছত এমা এবেলৈ আহিছে। দেউতাক আৰামদায়ক

অৱস্থাত থাকি আনন্দিত হোৱা দেখি তাই সন্তুষ্ট হ'ল। সেয়ে তাই বাহিৰলৈ ওলাই আহি চাৰিওফালে চাবলৈ ধৰিলে।

তাই ভাবি গৰ্ববোধ আৰু আত্মসন্তুষ্টি লাভ কৰিলে যে এই সম্পত্তিৰ বৰ্তমান আৰু ভৱিষ্যতৰ গৰাকীজনৰ লগত তাইৰ অন্তৰংগ বন্ধুত্ব আছে। ঘৰটো হাৰ্টফিল্ডতকৈ ডাঙৰ আৰু সম্পূৰ্ণ বিপৰীত। সুন্দৰ অনুভৱবোৰেৰে ভৰি থকা মনটো লৈ তাই ইফালে-সিফালে ফুৰি থাকিল। কিছু সময়ৰ পাছত বাকীবিলাকৰ নিচিনাকৈ তায়ো ষ্ট্ৰবেৰি ছিঙিবলৈ গ'ল। গোটেইবোৰ তাতেই আছিল—একমাত্ৰ ফ্ৰেংক চাৰ্চিলহে নাছিল। ৰিচ্‌মণ্ডৰপৰা যিকোনো মুহূৰ্ততে তেওঁ পাবহি বুলি আশা কৰা হৈছিল। মিছেছ এল্টনে কথাত আগভাগ লৈ ষ্ট্ৰবেৰি—ডনৱেল এবেৰ ষ্ট্ৰবেৰিৰপৰা লণ্ডনৰ ষ্ট্ৰবেৰি, তাৰপৰা ব্ৰিষ্টল—তাৰপৰা মেপল গ্ৰ'ভৰ ষ্ট্ৰবেৰি আদিৰ গোন্ধ, সোৱাদ, দাম আদি নানান কথা কৈ আছিল।

ছাঁ অকণমানতে এমা বহিল। মিছেছ এল্টন আৰু জেন ফেয়াৰফেক্সৰ মাজৰ কথা-বতৰা এমাই স্পষ্টকৈ শুনিবলৈ পালে। মেপল গ্ৰ'ভ—তাৰপৰা মিছেছ ছাক্‌লিং—তাৰপৰা তেওঁৰ চিনাকি মিছেছ ব্ৰেগি—তাৰপৰা মিছেছ ব্ৰেগিৰ সম্বন্ধীয় ভায়েকৰ পৰিয়ালৰ কথা ওলাল। মিছেছ এল্টনে জেনক তেওঁলোকৰ ধাত্ৰী হিচাবে যোৱাৰ প্ৰস্তাৱ দিলে। মিছ ফেয়াৰফেক্সে সম্প্ৰতি কোনো কামলৈ যোৱাৰ কথা ভৱা নাই বুলি ক'লে যদিও মিছেছ এল্টন নাছোড়বান্দা, তেওঁ পাছদিনাই জেনৰ বিষয়ে চিঠি এখন ডাকত পঠিয়াব বুলি ক'লে। এমা আচৰিত হ'ল, মিছ ফেয়াৰফেক্সে কেনেদৰে তেওঁৰ কথা সহ্য কৰিছে বাৰু?... বিৰক্ত হৈ এমা তাৰপৰা উঠি গ'ল।

বাহিৰত গৰম আছিল। বাগিচাত দুজন তিনিজনকৈ ইফালে-সিফালে ঘূৰি ফুৰা আটাইবোৰ আহি ছাঁত থিয় হ'ল আৰু তাৰপৰা দেখা পোৱা প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰিলে।

এই দৃশ্য অতি উপভোগ্য আছিল—চকু আৰু মন জুৰ পেলোৱা দৃশ্য।

মি° বেষ্টন আৰু এমাই দেখা পালে বাকী সকলো একগোট হৈ আছে, মি° নাইট্‌লে আৰু হেৰিয়েটহে বাকীসকলৰপৰা আঁতৰত আছে। মি° নাইট্‌লে আৰু হেৰিয়েট! আচহুৱা যেন লাগিলেও এমা আনন্দিত হ'ল। মি° নাইট্‌লেৰ লগত কথা পাতি থকা হেৰিয়েটক ডনৱেলৰ এবেৰপৰা দেখা পাই থকা এবে-মিল ফাৰ্ম এনে এক মধুৰ স্থানত দেখি বেয়াই পালেহেঁতেন। কিন্তু, এতিয়া তাইৰ বাৰু তেনে ভাব নাহে।

তাৰ পাছৰ পৰ্য্যায়টো আছিল আটাইবোৰ ঘৰৰ ভিতৰলৈ সোমোৱাটো। সকলো ভিতৰলৈ গ'ল আৰু খাবলৈ বহিল। তেতিয়ালৈ ফ্ৰেংক চাৰ্চিল আহি নোপোৱাত মিছেছ

ৰেষ্টনে তেওঁৰ মামীয়েকৰ অসুখ বেছি হোৱা বুলি সন্দেহ কৰিলে। ফ্ৰেংকৰ কথা ওলোৱাত এমাই হেৰিয়েটলৈ চালে, কিন্তু তাইৰ চকুত কোনো আৱেগ ধৰা নপৰিল।

মিঃ উদহাউছৰ আমোদৰ বাবে মিঃ নাইট্‌লে তেওঁ কৰিব পৰা সকলোখিনি কৰিছিল। তেওঁৰ আতিথ্যাত মিঃ উদহাউছ সঁচাকৈয়ে আনন্দিত হ'ল। মিঃ উদহাউছে ইমান সময়ে মিছেছ ৰেষ্টনৰ সহায়ত চোৱা মিঃ নাইট্‌লেৰ সংগৃহীত বস্তুবোৰ এমাক দেখুৱালে। সেইবোৰ চাই-মেলি এমা বাহৰলৈ ওলাই আহোঁতে জেন ফেয়াৰফেক্স বাগিচাৰ পিনৰপৰা আহি তাইৰ সন্মুখত উপস্থিত হ'ল। হঠাৎ মিছ উদহাউছক সন্মুখত দেখি তাই উচাপ খাই উঠাদি উঠিল। তাই এমাক জনালে যে তাই ঘৰলৈ যায়––সেই কথাটো তাই কাকো কোৱা নাই। কোনোবাই বিচাৰিলে যেন ঘৰলৈ যোৱা বুলি কয়, কাৰণ ইতিমধ্যে বহুত দেৰি হৈ গৈছে। তেনেদৰে যোৱাৰ বাবে এমাই যেন তাই সকলোৰে ওচৰত ক্ষমা বিচৰাৰ কথা কয়।

এমা তাইৰ কথাত সন্মত হ'ল আৰু জেনক সিহঁতৰ বাগীখন লৈ যাবলৈ ক'লে। কিন্তু জেন মান্তি নহ'ল। কেইবাবাৰো অনুৰোধ কৰাৰ পাছতো নমনাত এমাৰ ক'বলৈ একো নাথাকিল। এমাক ধন্যবাদ জনাই জেন গ'লগৈ। তাই কৈ গ'ল যে অকলে থাকিব পাৰি এতিয়া তাই বৰ সকাহ পাইছে। জেন যোৱাৰ অলপ পাছতে ফ্ৰেংক চাৰ্চিল আহি উপস্থিত হ'ল। এমাই ফ্ৰেংকৰ কথা পাহৰিয়ে আছিল যদিও দেখা পাই আনন্দিত হ'ল। ফ্ৰেংকে মামীয়েকৰ গা ভালে নথকাত তেওঁৰ পলম হোৱা বুলি জনালে। তেওঁক হতাশ যেন দেখা গৈছিল আৰু অসহ্য গৰমৰ বাবে তেওঁ কষ্ট পাইছিল। তেওঁ আহি পাওঁতে বাকীসকলৰতো উভতিবৰ সময় হ'বই। তেওঁ এগৰাকীক ঘৰলৈ যোৱা বাটত পায়ে আহিছে।

যি হওক, আহাৰ খোৱাৰ পাছত তেওঁৰ হতাশা দূৰ হোৱা যেন দেখা গ'ল। এমাৰ ওচৰত বহি লৈ তেওঁ কথা পতাত লাগিল। এমাই ফ্ৰেংকক সিদিনা উভতি যাবলৈ মানা কৰিলে আৰু পাছদিনা তেওঁলোকৰ লগত বক্সহিললৈ যাবলৈ লগ ধৰিলে। প্ৰথম অৱস্থাত ফ্ৰেংকে আপত্তি কৰিলে যদিও পাছত এমাৰ কথাত মান্তি হ'ল।

# অধ্যায় ৪৩

পাছদিনা বতৰ বৰ সুন্দৰ আছিল আৰু সকলো ব্যৱস্থা অতি সুন্দৰ হৈছিল। হাইবেৰিৰপৰা সাত মাইল দূৰত্বৰ বক্সহিলৰ প্ৰাকৃতিক সৌন্দৰ্য্য অতি সুন্দৰ। গৈ পাই প্ৰশংসাত সকলো পঞ্চমুখ হ'ল। পাছত দেখা গ'ল—সকলোৰে মাজত যেন একত্ৰিত হৈ থকাৰ বাবে উৎসাহৰ অভাৱ। সকলো ভাগ ভাগ হৈ ফুৰিবলৈ ধৰিলে। মিঃ আৰু মিছেছ এল্টন এফালে গ'ল, মিঃ নাইট্‌লে, মিছ বেট্‌ছ আৰু জেন এটা দল হ'ল। এমা, হেৰিয়েট আৰু ফ্ৰেংক চাৰ্চিল এফালে গ'ল। মিঃ বেষ্টনে সকলোকে লগ লগাবলৈ চেষ্টা কৰি ব্যৰ্থ হ'ল।

এমাৰ ভীষণ আমনি লাগিল। কিন্তু কিছু সময় বহাৰ পাছত ফ্ৰেংকে এনেকৈ কথা ক'বলৈ আৰম্ভ কৰিলে যে তাইক আনন্দিত কৰাই যেন তেওঁৰ মুখ্য উদ্দেশ্য।

অতিকৈ উৎসাহিত হৈ ফ্ৰেংক চাৰ্চিলে ঘোষণা কৰিলে যে মিছ উদহাউছে কৈছে যে সকলোৱে মনত কি চিন্তা কৰিছে তেওঁ জানিব খুজিছে।

কথাটো শুনি সকলোৱে হাঁহিলে আৰু মন্তব্য আগ বঢ়ালে যদিও মিঃ নাইট্‌লেৰ উত্তৰটোহে স্পষ্টকৈ শুনা গ'ল ঃ

"মিছ উদহাউছ নিশ্চিত নে যে তেওঁ আমি ভবা সকলো কথা শুনিবলৈ ভাল পাব?"

"আহ্, নাই নাই," হাঁহি হাঁহি এমাই উত্তৰ দিলে, "আপোনালোকে কি ভাবিছে জনাতকৈ মই অন্য যিকোনো কথা শুনিবলৈ সাজু। হয়তো ইয়াত দুই-এজন এনে লোক আছে যাৰ চিন্তাৰ কথাটো জানিবলৈ মই ভয় নকৰোঁ।"

ফ্ৰেংক চাৰ্চিলে সকলোৰে আগত প্ৰস্তাৱ ৰাখিলে যে মিছ উদহাউছৰ মনোৰঞ্জনৰ বাবে প্ৰত্যেকে গদ্য অথবা পদ্যেৰে একোটা আনন্দদায়ক অতি বুদ্ধিদীপ্ত কথা ক'ব লাগিব; নাইবা দুটা কিছু পৰিমাণে বুদ্ধিদীপ্ত কথা ক'ব লাগিব; নাইবা তিনিটা অতি নিৰস কথা ক'ব লাগিব, যাতে সেই কথাত তেওঁ অন্তৰ খুলি হাঁহিব পাৰে।

মিছ বেট্‌ছে তৎক্ষণাৎ মাত লগালে যে তেওঁৰ একো দিকদাৰি নাই। তেওঁ অন্ততঃ তিনিটা নিৰস কথা সহজে ক'ব পাৰিব। তেওঁ ক'ব খোজোঁতেই এমাই মাত লগালে, "আহ্। মহাশয়া, কিন্তু তাতো এটা সমস্যা থাকিল। মোক ক্ষমা কৰিব, মহোদয়া, আপুনি এবাৰত মাত্ৰ তিনিটাহে ক'ব পাৰিব।"

প্ৰথম অৱস্থাত কথাটোৰ অৰ্থ ধৰিব নোৱাৰিলেও বুজি পোৱাৰ পাছত এমাৰ আচৰণত তেওঁ দুঃখিত হ'ল।



লাহে লাহে তেওঁলোক উভতি আহিবলৈ যো-জা কৰিলে। এমা নিজৰ বাগীখনৰ বাবে ৰৈ থাকোঁতে মি. নাইট্‌লে আহি তাইৰ ওচৰত থিয় হ'ল।

মিঃ ৱেষ্টনে পুতেকৰ লগত এই ধেমালিত যোগ দিলে। মিঃ আৰু মিছেছ এল্টনে ক্ষমা বিচাৰি আঁতৰি গ'ল। তেওঁলোক আঁতৰি যোৱাৰ চাই ফ্ৰেংকে "অতি সুখী দম্পতী, দুয়ো দুয়োৰে লগত বঢ়িয়াকৈ মিলিছে" বুলি মন্তব্য আগ বঢ়ালে।

ইয়াৰ আগতে বিশেষ কথা নোকোৱা মিছ ফেয়াৰফেক্সে মাত লগালে, "ইমান কম সময় লগ পাই কোনোবা মানুহৰ বিষয়ে সিদ্ধান্ত লোৱাটো জ্ঞানীৰ কাম নহয়।"

ফ্ৰেংকে জেনৰ কথাৰ কোনো উত্তৰ নিদিলে। খন্তেক পাছতে উৎসাহজনকভাবে এমালৈ চাই ফ্ৰেংকে এমাক তেওঁৰ বাবে এজনী কইনা বিচৰাৰ দায়িত্ব দিলে। কাৰণ নিজৰ বিচাৰবোধৰ ওপৰত তেওঁৰ সম্পূৰ্ণ আস্থা নাই। লগতে তেওঁ জনালে যে তেওঁৰ একো লৰালৰি নাই। মিছ উদহাউছে বিচাৰি তাইক যেন সকলো ফালৰপৰা শিক্ষিত কৰি তোলে। ছোৱালীজনী হৰিণীনয়নী আৰু প্ৰাণৱন্ত হ'ব লাগিব—তাৰ বাহিৰে তেওঁৰ আন কোনো চৰ্ত নাই।

এমা ৰাজী হ'ল আৰু লগে লগে মনলৈ আহিল ফ্ৰেংক নিশ্চয় হেৰিয়েটৰ কথাকে কৈছে।

"আমি মিছেছ এল্টনৰ ওচৰলৈ যাওঁ বলক," জেনে মাহীয়েকলৈ চাই ক'লে আৰু দুয়ো তেওঁলোকক লগ পাবলৈ আগ বাঢ়ি গ'ল।

মিঃ নাইট্‌লেও তেওঁলোকৰ পিছে পিছে গ'ল। বাকী থাকিল মাথোন মিঃ ৱেষ্টন, তেওঁৰ পুতেক, এমা আৰু হেৰিয়েট। ডেকাজনৰ উৎসাহো স্তিমিত হৈ আহিছিল। আনকি হাঁহি-তামাচা কৰি এমাও ভাগৰি পৰিছিল। তাইৰ নিৰৱে খোজ কাঢ়িবলৈ অথবা অকলশৰে ক'ৰবাত বহিবলৈ মন গৈছিল।

লাহে লাহে তেওঁলোক উভতি আহিবলৈ যো-জা কৰিলে। এমা নিজৰ বাগীখনৰ বাবে বৈ থাকোঁতে মিঃ নাইট্‌লে আহি তাইৰ ওচৰত থিয় হ'ল। তেওঁ চাৰিওফালে চালে, ওচৰত কোনো নথকা দেখি—এমাই মিছ বেট্‌ছক কৰা দুৰ্ব্যবহাৰৰ বাবে কদৰ্থনা কৰিলে।

কথাটো মনত পৰাত এমা লাজত ৰঙা পৰি উঠিল. তাই দুঃখিত হ'ল যদিও হাঁহি উৰুৱাই দিবলৈ যত্ন কৰিলে।

"মই একো বেয়াকৈ কোৱা নাই, আৰু মই ভাবোঁ তেওঁ মই কি কৈছোঁ সেয়া বুজিও পোৱা নাই।"

মিঃ নাইট্‌লেই এমাৰ কথা নামানিলে। তেওঁ ক'লে যে অতি উৎসাহী আৰু অহংকাৰী হৈ তাই সকলোৰেপৰা দেখি অহা দুখীয়া বয়সস্থা মহিলাগৰাকীক—যিগৰাকীয়ে তাইক আৰু তাইৰ দেউতাকক যথেষ্ট সন্মান কৰে—তেওঁক সকলোৰে সন্মুখত,

বিশেষকৈ তেওঁৰ ভাগিনীয়েকৰ সন্মুখত, বেয়াকৈ কোৱাটো এমাৰ বাবে আনন্দদায়কতো নহয়েই তেওঁৰ বাবেও আনন্দৰপৰা বহু দূৰৈৰ কথা।

তেনেকুৱাতে বাগীখনৰ কাষ পোৱাত তেওঁ হাতখন আগ বঢ়াই এমাক বাগীত উঠাত সহায় কৰিলে। তাই একো উত্তৰ দিবলৈ সুযোগ নাপালে। বাগীখন তীব্ৰ গতিত আগ বাঢ়িল। তাই ইমান দুঃখিত হ'ল যে জীৱনত কোনো পৰিস্থিতিতে তেনে অনুভৱ হোৱা নাছিল। তেওঁ কোৱা কথাখিনিৰ সত্যতা তাই অস্বীকাৰ কৰিব নোৱাৰিলে। অন্তৰৰপৰা তাই কথাটো অনুভৱ কৰিলে—সেই মুহূৰ্তত তাই বাৰু মিছ বেট্ছৰ প্ৰতি কেনেদৰে ইমান অভদ্ৰ, ইমান কঠোৰ হ'ব পাৰিলে। ঘৰলৈ অহা গোটেই বাটছোৱাতে তাইৰ চকুৰ পানী বৈ থাকিল।

## অধ্যায় ৪৪

বক্সহিলৰ দুখদায়ক ঘটনাটোৰ বাবে গোটেই সন্ধিয়াটো এমা দুখী হৈ ৰ'ল। বাকীসকলৰ বাবে এই ভ্ৰমণ কেনে আছিল তাই ক'ব নোৱাৰিলে। কিন্তু মিছ বেট্ছক কৰা ব্যৱহাৰৰ বাবে সঁচাকৈয়ে তাই গভীৰভাৱে দুঃখিত হ'ল। বিশেষকৈ মিঃ নাইট্লেই ভৰ্ৎসনা কৰাৰ পাছত তাই মনত বৰ কষ্ট পাইছিল আৰু তাই কৰা ভুল সম্পৰ্কে সচেতন হৈছিল। তাই কৰা এই ভুলৰ শুধৰণি হিচাবে পাছদিনাখন মিছ বেট্ছক তাই দেখা কৰিবলৈ ঠিক কৰিলে। আৰু এয়া তাইৰ ফালৰপৰা আগৰ নিচিনা মৰম-চেনেহৰ সম্বন্ধ ৰখাৰ আৰম্ভণি হ'ব বুলি এমাই আশা কৰিলে।

পাছদিনা ৰাতিপুৱা যাবলৈ ওলাই এমাই মিঃ নাইট্লেক বাটত লগ পাব পাৰে বুলি ভাবিলে। মিছ বেট্ছৰ ঘৰলৈ আগ বাঢ়োঁতে তাইৰ চকু ডনবেলৰ ফালে আছিল যদিও তাই তেওঁক দেখা নাপালে।

মিছ বেট্ছে এমাক সম্ভাষণ জনালে যদিও এমাৰ বিবেকে ক'লে যে তেওঁৰ মাতত আগৰ নিচিনা আন্তৰিকতা নাই। এমাই বন্ধুত্বসুলভ ভাৱেৰে মিছ ফেয়াৰফেক্সৰ

খবৰ লোৱাৰ পাছত মিছ বেট্‌ছৰ পূৰ্বৰ মনোভাব ঘূৰি অহা যেন লাগিল। তেওঁ আকৌ আগৰ নিচিনাকৈ সকলো খবৰ দিয়াত লাগিল।

"মিছ উদহাউছ, তুমি সঁচাকৈয়ে বৰ ভাল। মই ভাবোঁ কথাটো তুমি শুনিছা আৰু আমাক আনন্দ দিবলৈ আহিলা। অৱশ্যে কথাটো মোৰ বাবে সিমান আনন্দদায়ক নহয়," কৈ তেওঁ চকুপানীখিনি মোহাৰি ল'লে। "তাই ইমানদিন আমাৰ লগত থকাৰ পাছত আমাৰ বৰ বেয়া লাগিব। এতিয়া তাইৰ ভীষণ মূৰৰ বিষ। ৰাতিপুৱাৰেপৰা বহি বহি তাই মিঃ কেম্পবেল আৰু মিছেছ ডিক্সনলৈ চিঠি লিখিছে। মই তাইক মানা কৰি আছোঁ... নুশুনে। তোমাক মাত লগাব নহাৰ বাবে ক্ষমা কৰিবা—তাই নোৱাৰিব—তাই নিজৰ কোঠাত সোমাইছে। ময়ে তাইক অলপ শুবলৈ কৈছোঁ।... কিন্তু এতিয়া আকৌ উঠি আহি তাই চিঠি লিখিবলৈ লৈছে।"

জেনৰ প্ৰতি কৰুণাৰে এমাৰ অন্তৰ ভৰি পৰিল। তাইৰ বৰ্তমানৰ অৱস্থাটো চাই আগতে তাইৰ প্ৰতি কৰা অমূলক সন্দেহবোৰ মনৰপৰা আঁতৰি গৈ সহানুভূতিৰে এমাৰ অন্তৰ ভৰি পৰিল। মিছ ফেয়াৰফেক্সনো ক'লৈ যাব এমাই জানিব বিচাৰিলে।

"তাই মিছেছ স্মলৰিড্‌জ বোলা এগৰাকী সুন্দৰী মহিলাৰ মৰম লগা তিনিজনী সৰু ছোৱালীৰ দায়িত্ব ল'ব লাগিব। মিছেছ ছাক্‌লিং আৰু মিছেছ ব্ৰেগিৰ লগত সৌহাৰ্দ্য থকা এই মহিলাগৰাকী মেপল গ্ৰ'ভৰপৰা চাৰি মাইল দূৰত থাকে। জেন তাতে থাকিব লাগিব।"

"মিছেছ এল্টনে চাগে এই যোগাযোগ কৰি দিছে—"

"অঁ অঁ, মিছেছ এল্টন বৰ ভাল দেই।" নাযাওঁ নাযাওঁ বুলি কৈ থকা জেনে যাব বুলি হঠাতে সিদ্ধান্ত লোৱাৰ পাছত মিছেছ এল্টনে একেদিনাই কিদৰে সকলো ঠিক-ঠাক কৰিলে মিছ বেট্‌ছে তাৰ বিস্তৃত বৰ্ণনা দিলে।

মিছ ফেয়াৰফেক্স কেতিয়া যাব এমাই জানিব বিচৰাত মাহীয়েকে জনালে যে তাই এপষেকৰ ভিতৰতে যাব। মিছেছ বেট্‌ছৰ বাবে জেনৰ অনুপস্থিতি যে অসহনীয় হ'ব সেয়ে তেওঁলোকে এই বিষয়ে চিন্তা নকৰিবলৈ চেষ্টা কৰিছে বুলিও কথা প্ৰসংগতে তেওঁ উল্লেখ কৰিলে।

জেনৰ কথাবোৰ চিন্তা কৰি মিছ বেট্‌ছৰ কথা শুনি থকা এমাৰ দৃষ্টি পিয়ানো-ফৰ্টখনৰ ওপৰত পৰাত মিছ বেট্‌ছে ক'লে যে সেইখনৰ বিষয়ে জেনে পাছত মিঃ কেম্পবেলৰ লগত কথা পাতিব। আৰু তেতিয়াহে তাইৰ সমস্যাৰ সমাধান কৰিব। অৱশ্যে তেওঁ লগতে এইটোও ক'লে যে সেইখন মিঃ কেম্পবেলৰ নে তেওঁৰ জীয়েকৰ সেই সম্বন্ধে তাই এতিয়াও একো নাজানে।

পিয়ানোখন সম্বন্ধে যিবিলাক কাল্পনিক সংযোগ কৰিছিল সেইবোৰৰ বাবে এমা নিজেই লজ্জিত হ'ল। জেনৰ প্ৰতি আন্তৰিক শুভেচ্ছা জনাই তাই বিদায় ল'লে।

## অধ্যায় ৪৫

আপোনমনে চিন্তা কৰি কৰি এমাই আহি ঘৰ পালে। ঘৰ সোমায়ে তাইৰ চিন্তাত যতি পৰিল—মি০ নাইট্‌লে আৰু হেৰিয়েট দেউতাকৰ লগত বহি আছে।

এমাক দেখা পোৱাৰ লগে লগে মি০ নাইট্‌লেই উঠি আহি ক'লে, "মই তোমাক লগ নোপোৱাকৈ যাবও নোৱাৰোঁ, এইফালে মোৰ ৰ'বলৈ সময়ো নাই—মই এতিয়া ইয়াৰপৰা বাহিৰে বাহিৰে যামগৈ। জন আৰু ইজাবেলাৰ লগত কেইদিনমান লণ্ডনত থাকি আহোঁগৈ। তেওঁলোকৰ বাবে 'মৰম'ৰ বাহিৰে আন কিবা দিবলৈ বা ক'বলৈ আছে নেকি?"

"একো নাই বাৰু—কিন্তু হঠাতে এই আঁচনি যে?" এমাই ক'লে।

"অঁ—মই অলপদিনৰপৰা ভাবি আছিলোঁ।"

এমাই বুজি পালে তেওঁ তাইক ক্ষমা কৰিব পৰা নাই। তেওঁ যাবলৈ ওলায়ো অলপ ৰ'ল।

তেনেকুৱাতে তাইৰ দেউতাকে সুধিলে, "তুমি ঠিকে-ঠাকে পালাগৈনে? তেওঁলোকৰ ভালনে? তুমি যোৱা বাবে তেওঁলোকে বৰ ভাল পাইছে চাগৈ। মি০ নাইট্‌লে, এমাই মিছেছ বেট্‌ছ আৰু মিছ বেট্‌ছৰ খবৰ ল'বলৈ গৈছিল। তাই সদায় তেওঁলোকৰ প্ৰতি কি যে সহানুভূতিশীল?"

দেউতাকৰ এই অনুচিত প্ৰশংসাত এমাৰ মুখৰ ৰং সলনি হ'ল। মিচিকিয়াই হাঁহি মাৰি তাই মূৰ দুপিয়ালে। তাই মি০ নাইট্‌লেলৈ চালে আৰু তেওঁৰ মুখত তাইৰ প্ৰতি মৰমৰ প্ৰকাশ দেখিলে। তেওঁ সম্ভ্ৰমেৰে এমালৈ চালে। তাৰ পাছত তাইৰ হাতখন নিজৰ হাতত লৈ তেওঁৰ ওঁঠত লগাবলৈ গৈ এৰি দিলে। তেওঁ কিয় মনটো সলনি কৰিলে তাই বুজি নাপালে। তৎক্ষণাৎ আটাইৰেপৰা বিদায় লৈ তেওঁ ওলাই গ'ল।

মিছ বেট্‌ছৰ ঘৰলৈ যোৱাৰ বাবে এমাৰ কোনো অনুশোচনা নাছিল। কিন্তু তাই দহ মিনিটমান আগতে তাৰপৰা অহাহেঁতেন, মিঃ নাইট্‌লেৰ লগত জেন ফেয়াৰফেক্সৰ বিষয়ে কথা পাতিব পাৰিলেহেঁতেন।

এমাই দেউতাকক জেনৰ খবৰটো কোৱাত তেওঁ আনন্দিত হ'ল যে ছোৱালীজনীৰ এটা ব্যৱস্থা হ'ল।

পাছদিনাখন ৰিচমণ্ডৰপৰা অহা এটা খবৰে সকলো খবৰক তল পেলালে। ৰেণ্ডেল্‌ছলৈ খবৰ আহিল যে মিছেছ চাৰ্চিলৰ মৃত্যু হৈছে। সকলোৱে গভীৰ দুখ আৰু মৃতকৰ প্ৰতি সমবেদনা অনুভৱ কৰিলে। মৃতদেহ ক'ত সমাধিস্থ কৰা হ'ব সেই বিষয়ে জানিবলৈ সকলোৰে কৌতূহল হ'ল। এই খবৰে এমাৰ মনলৈ এই ভাব আনিলে যে এতিয়া ফ্ৰেংক চাৰ্চিল আৰু হেৰিয়েটৰ মিলন হোৱাত কোনো বাধা নাথাকিব। এমা অৱশ্যে হেৰিয়েটক তেনে কোনো ইংগিত দিয়াৰপৰা বিৰত থাকিল।

ফ্ৰেংকৰপৰা ৰেণ্ডেল্‌ছলৈ অহা এখন সৰু চিঠিৰপৰা ইয়ৰ্কশ্বায়াৰত মৃতকৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰা হ'ব বুলি জানিব পৰা গ'ল।

ইমানদিনে জেন ফেয়াৰফেক্সে তাইৰ প্ৰতি দেখুওৱা শীতল আচৰণৰ বাবে এমাৰ মনত জেনৰ প্ৰতি যি অৱহেলাৰ ভাব প্ৰকট হৈছিল তাৰ সলনি এতিয়া দয়া আৰু সহানুভূতিয়ে ঠাই পাইছিল। তাইৰ লগত হাৰ্টফিল্ডত এটা দিন কটাবৰ বাবে নিমন্ত্ৰণ জনাই এমাই জেনলৈ চিঠি এখন পঠিয়ালে। "মিছ ফেয়াৰফেক্স চিঠি লিখিব পৰাকৈ সুস্থ নহয়" বুলি পত্ৰবাহকৰ আগত কৈ জেনে এই নিমন্ত্ৰণ অস্বীকাৰ কৰিলে। মিঃ পেৰি হাৰ্টফিল্ডলৈ অহাত এমাই তেওঁৰপৰা জেনৰ স্বাস্থ্যৰ খবৰ ল'লে। জেন ঘৰৰপৰা ওলাই আহিলে তাইৰ মন আৰু শৰীৰ ভাল লাগিব বুলি ভাবি পাছদিনাখন ৰাতিপুৱা এমাই আন্তৰিকতাৰে আকৌ এখন চিঠি লিখি মাতি পঠালে, লগতে জনালে যে জেনে যেতিয়াই বিচাৰে বাগীখন পঠিয়াই দিব। কিন্তু এইবাৰো জেনে তাইৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিলে। এমাই এইবাৰ নিজে বাগীত উঠি মিছ বেট্‌ছৰ পদূলিত ৰ'ল আৰু আশা কৰিলে জেন তাইৰ লগতে ওলাই আহক। কিন্তু সেয়া নহ'ল। মিছ বেট্‌ছ ওলাই আহি এমাই তেনেদৰে জেনৰ বাবে চিন্তা কৰাৰ বাবে অশেষ ধন্যবাদ জনালে। এমাই তাইক লগ পাব খোজাত মিছ বেট্‌ছে জনালে যে তেওঁ ভাগিনীয়েকক কথা দিছে যে মিছ উদহাউছক ঘৰৰ ভিতৰলৈ আহিবলৈ নিদিয়ে। "আচলতে এতিয়া তাই কাকো দেখা কৰিব নোখোজে।... অৱশ্যে মিছেছ এল্টনৰ কথা সুকীয়া—আৰু মিছেছ ক'ল আৰু মিছেছ পেৰিক দেখা কৰিব—কিন্তু, তাৰ বাহিৰে কাকো দেখা নকৰে।"

ঘৰলৈ উভতি আহি এমাই ঘৰ ৰখীয়াজনৰ হাতত জেনৰ বাবে ভাল এৰ'ৰুট

অলপ পঠিয়াই দিলে। লগতে মিছ বেট্‌ছলৈ চিঠি এখনো লিখি পঠালে। আধা ঘণ্টামানৰ পাছত মিছ বেট্‌ছে তাইক হাজাৰবাৰ ধন্যবাদ জনাই জেনে সেয়া নাখায় আৰু তাইৰ বাবে একো পঠিয়াব নালাগে সেই কথা কৈ এৰ'ৰুটখিনি ঘূৰাই পঠিয়ালে।

এমাই পাছত জানিব পাৰিলে যিদিনা এমাই মতা সত্ত্বেও, বাগী লৈ যোৱা সত্ত্বেও জেন নাহিল, সিদিনা তাই হাইবেৰিৰ অলপ আঁতৰত ফুৰি আছিল। এমা অতিশয় দুঃখিত হ'ল। তাই উপলব্ধি কৰিলে যে জেনে তাইৰ সহানুভূতি গ্ৰহণ কৰিব নোখোজে। তথাপিও এটা কথাৰ বাবেই তাই সান্ত্বনা পালে যে তাইৰ অভিপ্ৰায় সঁচাকৈয়ে আন্তৰিক আছিল। আৰু মিঃ নাইট্‌লেইও নিশ্চয় তাইৰ এই মনোভাব বুজি পাব।

## অধ্যায় ৪৬

মিছেছ চাৰ্চিল ঢুকোৱাৰ প্ৰায় দহদিনমানৰ পাছত এদিন ৰাতিপুৱা মিছেছ বেষ্টনে পঠোৱা জৰুৰী বাৰ্তা এটা লৈ মিঃ বেষ্টন হাৰ্টফিল্ডত উপস্থিত হ'ল। বৈঠকখানাৰ দুৱাৰৰ ওচৰতে এমাক দেখা পাই দেউতাকে নুশুনাকৈ তেওঁ ক'লে, "তুমি এতিয়াই ৰেণ্ডেল্‌ছলৈ যাব পাৰিবানে? যদি সম্ভৱ হয় ব'লা। মিছেছ বেষ্টনে তোমাক লগ পাব খোজে।"

"তেওঁৰ গা অসুখ নেকি?"

"নহয় নহয়, তেওঁ অলপ উদ্বিগ্ন হৈ আছে। তোমাক অকলে লগ পাব খোজে। যাব পাৰিবানে?"

"নিশ্চয় যাম। এই মুহূৰ্ততে যাম। আপোনালোকৰ কথা অমান্য কৰাটো অসম্ভৱ। কিন্তু কথাটো কি? তেওঁৰ সঁচাকৈয়ে অসুখ নহয়তো?"

"মোৰ ওপৰত ভৰসা ৰাখা; কিন্তু প্ৰশ্ন নুসুধিবা। সময়ত তুমি সকলো জানিব পাৰিবা।"

সেইটো মুহূৰ্তত কথাটোনো কি অনুমান কৰাটো এমাৰ বাবে অসম্ভৱ আছিল।

গুৰুত্বপূৰ্ণ কিবা এটা ঘটিছে বুলি তেওঁক দেখিয়ে বুজিব পৰা গৈছিল। তাইৰ বান্ধৱী ভালে আছে যেতিয়া তাই চিন্তিত হোৱাৰ কাৰণ নাই। দেউতাকক মিঃ ৱেষ্টনৰ লগত তাই ওলাই যাব বুলি কৈ তেওঁলোক দুয়ো বেগাই ৰেণ্ডেল্‌ছ অভিমুখে আগ বাঢ়িল।

বাটত এমাই মিঃ ৱেষ্টনৰপৰা কথাটো জানিব বিচাৰিলে যদিও তেওঁৰপৰা একো উলিয়াব নোৱাৰিলে। কাৰণ তেওঁ একো নকয় বুলি ঘৈণীয়েকক কথা দি আহিছিল।

"ঘোঁৰাত যোৱা সেই ভদ্ৰলোকজন কোন বাৰু?" এনেয়ে কথা পাতিবলৈয়ে এমাই সুধিলে।

"নাজানো, কোনোবা বাটৰুৱা হ'ব। ফ্ৰেংক নহয়; তুমি তেওঁক নাপাবা। তেওঁ ইতিমধ্যে আধাবাট পালেগৈ চাগে।"

"আপোনাৰ ল'ৰা তেতিয়াহ'লে আপোনালোকৰ লগত আছিল?"

"অঁ! তুমি নাজানা নেকি?" অলপ সময় নিৰৱে থকাৰ পাছত তেওঁ ক'লে, "ফ্ৰেংক আজি ৰাতিপুৱা আহিছিল।"

ৰেণ্ডেল্‌ছ পোৱাত কোঠাত সোমাই তেওঁ ঘৈণীয়েকক ক'লে, "মই তেওঁক লৈ আহিছোঁ। তোমালোক দুয়ো কথা পাতা, পলম কৰিব নালাগে। মই বেছি দূৰলৈ নাযাওঁ—প্ৰয়োজন হ'লে মাতিবা।"

অসুখীয়া যেন লগা মিছেছ ৱেষ্টনক দেখি এমাই উদ্বিগ্নতাৰে কথাটো কি জানিব বিচাৰিলে।

"তুমি একো অনুমান কৰিব পৰা নাইনে বাৰু?" কঁপা কঁপা মাতেৰে মিছেছ ৱেষ্টনে সুধিলে।

"কথাটো ফ্ৰেংক চাৰ্চিলৰ লগত জড়িত বুলি মই অনুমান কৰিছোঁ।"

"তুমি ঠিকেই কৈছা। মই পোনে পোনে তোমাক কথাটো কওঁ। আজি ৰাতিপুৱা তেওঁ ইয়ালৈ আহিছিল—অভাৱনীয় খবৰ এটা লৈ। কথাটো শুনি আচৰিত নোহোৱাটো আমাৰ বাবে অসম্ভৱ আছিল। এজনৰ লগত থকা এটা সম্পৰ্কৰ কথা দেউতাকক ক'বলৈ আহিছিল।"

এমাৰ শ্বাস-প্ৰশ্বাস বন্ধ হোৱাৰ উপক্ৰম হ'ল। প্ৰথমে তাইৰ নিজৰ কথা মনলৈ আহিল আৰু তাৰ পাছত তাই হেৰিয়েটৰ কথা ভাবিলে।

"সম্পৰ্ক থকাৰ কথা নহয়—তাতকৈও বেছি—বিয়াৰ ঠিক হোৱাৰ কথা ক'বলৈ আহিছিল। তুমি কি ক'বা, এমা—কোনে ভাবিব পাৰে যে ফ্ৰেংক চাৰ্চিল আৰু

জেন ফেয়াৰফেক্সৰ মাজত সম্পৰ্ক আছে—বিয়াৰ ঠিক হৈ আছে—বহুদিন আগৰেপৰা।"

আচৰিত হোৱা এমা জঁপিয়াই উঠিল আৰু ভয় খাই চিঞৰি উঠি ক'লে, "জেন ফেয়াৰফেক্স! হে ভগৱান! তুমি সঁচাকৈ কৈছানে?"

"তুমি আচৰিত হৈছা। কিন্তু এয়াই সঁচা। যোৱা অক্টোবৰ মাহতে ৱেমাউথত তেওঁলোকে গোপনে বিয়াৰ ঠিক কৰিছে। তেওঁলোক দুজনৰ বাহিৰে কেম্পবেল পৰিয়াল, জেনৰ পৰিয়াল অথবা ফ্ৰেংকৰ পৰিয়াল—কোনোৱে এই কথা নাজানে। মোৰ বিশ্বাস কৰিবলৈ টান লাগিছে। কাৰণ মই ভাবিছিলোঁ—মই তেওঁক জানো—বুজি পাওঁ।"

তেওঁ কি কৈছে এমাই ভালদৰে শুনাই নাছিল। কাৰণ দুটা ভাবনাই তাইৰ মনত ক্ৰিয়া কৰি আছিল ঃ প্ৰথমতে, জেন ফেয়াৰফেক্স সম্পৰ্কে ফ্ৰেংকৰ লগত পতা কথা-বতৰাবোৰ; দ্বিতীয়তে, বেচেৰী হেৰিয়েটৰ কথা।

সেই চিন্তাৰপৰা নিজকে মুক্ত কৰি তাই পুনৰ জানিব বিচাৰিলে, "কি? তেওঁলোক হাইবেৰিলৈ অহাৰ আগতে বিয়াৰ ঠিক কৰি থৈছে?"

"এৰা। গোপনে ঠিক কৰি থৈছে। এই কথাটোৱে মোক বৰ দুখ দিছে, এমা। তেওঁৰ দেউতাকেও বৰ দুখ পাইছে। তেওঁৰ কিছুমান কথাৰ বাবে আমি তেওঁক ক্ষমা কৰিব নোৱাৰিম।"

এখন্তেক চিন্তা কৰি এমাই উত্তৰ দিলে, "মই তোমাৰ কথা বুজি নোপোৱাৰ ভাও নোজোৰোঁ; মোৰ সামৰ্থ্যেৰে মই তোমাক সকাহ দিব খোজোঁ আৰু নিশ্চিত কৰিব খোজোঁ যে তেওঁৰ মনোযোগৰ কোনো প্ৰভাৱ মোৰ ওপৰত পৰা নাই—যিটো কথাৰ বাবে তোমালোক অপ্ৰস্তুত হৈছা।"

মিছেছ ৱেষ্টনে বিশ্বাস কৰিবলৈ ভয় কৰি মূৰ তুলি চালে; কিন্তু এমাৰ মুখাৱয়ৱৰ স্থিৰতাই তাইৰ কথাৰ সত্যতা প্ৰমাণ কৰিলে। তাই পুনৰ ক'লে, "তুমি হয়তো বিশ্বাস কৰিবলৈ টান পাইছা। কিন্তু মই তোমাক কওঁ, প্ৰথম অৱস্থাত আমাৰ মিলামিছাৰপৰা তেওঁক মোৰ ভাল লাগিছিল—তেওঁৰ লগত জড়িত হোৱাৰ কথা মোৰ মনলৈ আহিছিল, কিন্তু এই ভাবনাৰ শেষ কেনেকৈ হ'ল সেয়া আচৰিত কথা। সৌভাগ্যবশতঃ সেয়া শেষ হ'ল। যোৱা তিনিমাহত মই তেওঁৰ বিষয়ে একো ভবা নাছিলোঁ। তুমি মোক বিশ্বাস কৰিব পাৰা, মিছেছ ৱেষ্টন—এইটোৱে প্ৰকৃত সত্য।"

আনন্দৰ চকুলো বোৱাই মিছেছ ৱেষ্টনে এমাক চুমা খালে।

"মিঃ ৱেষ্টনেও মোৰ নিচিনাকৈয়ে সকাহ পাব। কিন্তু আমি সঁচাকৈয়ে আশাহত

হৈছোঁ। আমি আশা কৰিছিলোঁ তোমালোক দুয়োৰে মাজত এটা সম্বন্ধ গঢ়ি উঠক— কল্পনা কৰাচোন তোমাক লৈ আমি কি কি যে ভবা নাছিলোঁ!"

এমা আৰু মিছেছ বেষ্টনৰ মাজত ফ্ৰেংক আৰু জেন সম্পৰ্কে ভালেমান কথা আলোচনা হ'ল।

মিঃ বেষ্টন সোমাই অহাত হাঁহি মাৰি এমাই তেওঁক অভিনন্দন জনালে।

তেওঁৰ আৰু ঘৈণীয়েকৰ মাজত হোৱা দৃষ্টি বিনিময়ৰপৰা মিঃ বেষ্টন প্ৰত্যয় গ'ল যে সকলো ঠিকে আছে। তেওঁ এমাৰ আন্তৰিক অভিনন্দন গ্ৰহণ কৰিলে আৰু এমাৰ লগত কথা পতাত লাগিল।

## অধ্যায় ৪৭

বেচেৰী হেৰিয়েট! হেৰিয়েটৰ কথা ভাবি এমাৰ বেয়া লাগিল। হেৰিয়েটৰ মাত আৰু খোজৰ শব্দ শুনি এমাৰ বুকুৰ ধপধপনি বাঢ়িল। এমা গৈ ৰেণ্ডেল্‌ছ পাওঁতে মিছেছ বেষ্টনৰ চাগে তেনে হৈছিল।

ব্যগ্ৰভাৱে সোমাই অহা হেৰিয়েটে সুধিলে, "মিছ উদহাউছ, এইটো বাৰু সকলোতকৈ আচৰিত খবৰ নহয়নে?"

"তুমি কি খবৰৰ কথা কৈছা?" এমাই সুধিলে।

"জেন ফেয়াৰফেক্সৰ কথা। আপুনি বাৰু এনেকুৱা আচৰিত কথা শুনিছেনে? আহা আপুনি ক'বলৈ ভয় কৰিব নালাগে। মিঃ বেষ্টনে মোক নিজেই কৈছে। এতিয়াই মই তেওঁক লগ পাই আহিছোঁ। আপুনি যে জানে সেয়াও কৈছে।"

বিবুদ্ধিত পৰা এমাই আকৌ সুধিলে, "কি ক'লে মিঃ বেষ্টনে?"

"আহা! তেওঁ মোক সকলো কৈছে। জেন ফেয়াৰফেক্স আৰু মিঃ ফ্ৰেংক চাৰ্চিলৰ বিয়া হ'ব আৰু গোপনে তেওঁলোকে বিয়াৰ ঠিক কৰি থৈছে। কি আচৰিত নহয়নে?"

সঁচাকৈয়ে আচৰিত। হেৰিয়েটৰ আচৰণো অতি আচৰিত। এই কথাটো জনাৰ

পাছতো তাইৰ কোনো উদ্বিগ্নতা অথবা হতাশা চকুত পৰা নাছিল। এমাই একোকে ক'ব নোৱাৰি হেৰিয়েটলৈ চালে।

"দুয়োৰে মাজৰ প্ৰেম সম্পৰ্কে আপোনাৰ আগৰেপৰা কিবা ধাৰণা আছিল নেকি? আছিল চাগে। আপুনিতো প্ৰত্যেকৰে অন্তৰ জুমি চাব পাৰে; কিন্তু—"

"মোৰ তেনেকুৱা প্ৰতিভা আছে বুলি মনে নধৰে। তুমি সঁচাকৈ সুধিছা নেকি, হেৰিয়েট? কিন্তু বিশ্বাস কৰা মোৰ অকণমানো সন্দেহ হোৱা নাছিল। হোৱা হ'লে মই তোমাক সাৱধান কৰি দিলোঁহেঁতেন।"

"মোক! কিয়?" আচৰিত আৰু লাজত ৰঙা-চিঙা পৰা হেৰিয়েটে ক'লে, "মোক কিয় সাৱধান কৰিব লাগে? মই মিঃ ফ্ৰেংক চাৰ্চিলৰ কথা মনলৈ অনা বুলি আপুনি ভাবিছিল নেকি?"

"এই বিষয়ে তুমি দৃঢ়চেতা বুলি জানিব পাৰি আনন্দিত হ'লোঁ। কিন্তু তুমিয়েতো মোক তেওঁৰ বাবে উৎকণ্ঠিত বুলি কৈছিলা।"

"তেওঁৰ বাবে উৎকণ্ঠিত! কেতিয়াও নহয়। মোৰ মৰমৰ মিছ উদহাউছ, আপুনি কেনেকৈ ভুল বুজিলে?"

"হেৰিয়েট, তুমি কি কৈছা? হে ভগবান! তুমি কি অৰ্থ কৰিছা? ভুল বুজিছোঁ—তেতিয়া হ'লে—?"

হেৰিয়েটৰপৰা উত্তৰ শুনাৰ আগলৈকে ভয়ত বহি ৰোৱা এমাৰ মুখৰপৰা আৰু এটাও শব্দ নোলাল।

"মই এইটো সম্ভৱ হ'ব বুলি কেতিয়াও আশা নকৰোঁ," হেৰিয়েটে ক'লে, "তদুপৰি, আপুনি মোক ভুল বুজিছে বুলি ভবাটো উচিত হোৱা নাই। মই জানো আমি কেতিয়াও তেওঁৰ নাম উল্লেখ কৰা নাছিলোঁ—কিন্তু আন কাৰো লগত তুলনা নোহোৱাকৈ ইমান শ্ৰেষ্ঠজন কোন হ'ব পাৰে! ফ্ৰেংক চাৰ্চিল নিশ্চয় নহয়। মই আশা কৰোঁ—তেওঁৰ তুলনাত নগণ্য ফ্ৰেংক চাৰ্চিলৰ কথা ভবাৰ জোখাৰে মোৰ ৰুচি ইমান বেয়া নহয়। আৰু সেইটো কথাকে আপুনি ভুল বুজাটো আমোদজনক কথা। মই জানো আপুনি মোৰ কথাত একমত হ'ব আৰু এই সম্পৰ্কৰ বাবে মোক উৎসাহিত কৰিব। তেওঁৰ বিষয়ে ভবাটো প্ৰথমতে মই সাংঘাতিক ভয়ৰ কথা বুলি ভাবিছিলোঁ। যদিহে আপুনি মোক নক'লেহেঁতেন যে ডাঙৰ অসমতা থাকিলেও বিয়া-বাৰু সম্ভৱ হ'ব পাৰে।"

"হেৰিয়েট! ৰ'বাচোন ৰ'বা, তুমি বাৰু মিঃ নাইট্‌লেৰ কথা কোৱা নাইনে?"

"নিশ্চয় কৈছোঁ। তেওঁৰ কথাকেতো কৈছোঁ—আৰু মই ভাবিছোঁ আপুনিও বুজি পাইছে।"

"সম্পূৰ্ণৰূপে পোৱা নাই," শান্ত হ'বলৈ যত্ন কৰি এমাই ক'লে, "তুমি মোক যিখিনি কথা কৈছিলা সেয়া মই আন এজনৰ লগত জড়িত বুলি ভাবিছিলোঁ। মই ভাবিছিলোঁ ফ্ৰেংক চাৰ্চিলে যে তোমাক অঘৰীকেইটাৰ হাতৰপৰা বচাইছিল, সেই কথা কোৱা বুলি।"

"আহ্, মিছ উদহাউছ, আপুনি কেনেকৈ পাহৰিলে?"

"মৰমৰ হেৰিয়েট, মই সিদিনা কি কৈছিলোঁ মোৰ সম্পূৰ্ণৰূপে মনত আছে। মই কৈছিলোঁ তোমাৰ এই সম্পৰ্ক স্থাপনত মই আচৰিত হোৱা নাই, কাৰণ তেওঁ তোমাক যি সহায় কৰিলে তাৰ পাছত এইটো অতি স্বাভাৱিক আৰু তুমিও এই কথাত একমত হৈছিলা।"

"অ, মই এতিয়াহে বুজিছোঁ আপুনি কি অৰ্থ কৰিছিল। মই ভাবিছিলোঁ সেয়া মিঃ নাইট্‌লেব কথা। বলনাচৰ দিনা মিঃ এল্টনে মোক প্ৰত্যাখ্যান কৰাৰ পাছত যে মিঃ নাইট্‌লেই মোৰ লগত নাচিছিল—মই সেই কথাটোহে বুজাব খুজিছিলোঁ।"

"হে ভগৱান! কি সাংঘাতিক ভুল! কি কৰা যায় এতিয়া?"

"আপুনি বুজি পোৱা হ'লে মোক উৎসাহিত নকৰিলেহেঁতেন নেকি?" তাই এখন্তেক ৰ'ল। এমাই একো উত্তৰ দিব নোৱাৰিলে।

"মই আচৰিত নহওঁ, মিছ উদহাউছ, কাৰণ আমি দুজনৰ মাজত এটা ডাঙৰ ব্যৱধান আছে। কিন্তু মিঃ নাইট্‌লেই যদি এই অসমতা মানি লয়, মই আশা কৰোঁ, মিছ উদহাউছ আপুনি ইয়াৰ বিপক্ষে নাযাব আৰু সকলো ঠিকে-ঠাকে আগ বাঢ়িবলৈ দিব। মই জানো আপুনি সকলোখিনি হ'বলৈ দিব।"

হেৰিয়েট খিৰিকিৰ ওচৰত থিয় হৈ আছিল। বিস্ময়বিহ্বল কণ্ঠেৰে তাইলৈ চাই এমাই সুধিলে, "তুমি কি ভাবা—মিঃ নাইট্‌লেৰপৰা তোমাৰ মৰমৰ সঁহাৰি পোৱা বুলি তোমাৰ ভাব হয়নে?"

"পাইছোঁ," নম্ৰভাৱে হেৰিয়েটে উত্তৰ দিলে, "পাইছোঁ বুলিয়ে ক'ব লাগিব।"

এমাই তৎক্ষণাত চকু ঘূৰাই আনিলে। তাই কেইমুহূৰ্তমান ধ্যানমগ্না হৈ বহি ৰ'ল। সেই কেইটামান মুহূৰ্তই তাইৰ নিজৰ অন্তৰখন বুজি পোৱাৰ বাবে যথেষ্ট আছিল। সম্পূৰ্ণ সত্যটো তাই উপলব্ধি কৰি বুজি উঠিল। হেৰিয়েটে ফ্ৰেংক চাৰ্চিলতকৈ মিঃ নাইট্‌লেক ভাল পোৱাটো কিয় ইমান বেয়া হ'ল? হেৰিয়েটে মৰমৰ প্ৰতিদান পোৱা বুলি কোৱাটোৰ বাবে এমাৰ উৎকণ্ঠা ইমান কিয় বাঢ়িব লাগে? হঠাৎ তড়িৎ বেগেৰে

তাইৰ মনলৈ এই ভাব কিয় আহিব লাগে যে মিঃ নাইট্‌লেই বিয়া কৰালে তাইকেই কৰাব লাগিব?

এমাই নিজকে ঘূৰাই পালে। হেৰিয়েটৰ প্ৰতি কৰা আচৰণত তাই লজ্জিত হ'ল। তাই নিজকে শান্ত কৰিলে আৰু হেৰিয়েটে কি কাৰণতনো আশা দেখিছে সেইটো জানিবলৈ মন স্থিৰ কৰিলে। তাই হেৰিয়েটৰ পিনে ঘূৰিলে আৰু পুনৰ তাইৰ লগত কথা-বতৰা আৰম্ভ কৰিলে। যিটো কথাৰপৰা এইটো কথালৈ আহিল সেই আগৰ জেন ফেয়াৰফেক্সৰ কাহিনীটোলৈ তাই ঘূৰি গ'ল যদিও দুয়োৰে মন কিন্তু মিঃ নাইট্‌লেইহে দখল কৰি থাকিল।

সুখময় দিবাস্বপ্ন দেখি থকা হেৰিয়েটে মিছ উদহাউছে মতাত যথেষ্ট উৎসাহী মনোভাবেৰে তাই অনুভৱ কৰা আশাৰ ইতিহাস এমাৰ আগত আনন্দত কঁপা কঁপা মাতেৰে বৰ্ণাবলৈ লাগি গ'ল। কঁপিছিল এমাও। তাইৰ মাত স্থিৰ হৈ আছিল যদিও অন্তৰত তাই কঁপনি অনুভৱ কৰিছিল।

হেৰিয়েটে বলনাচৰ দিনা তেওঁৰ লগত দুটা নাচ নচাৰ পাছৰপৰাই তেওঁৰ ব্যৱহাৰত পৰিৱৰ্তন দেখা পাইছিল। এমাই জানে আশা কৰাতকৈ তেওঁ হেৰিয়েটক বহুত ওপৰত পাইছিল। সেই সন্ধিয়াৰপৰাই অথবা অন্ততঃ সেই সময়ৰপৰাই মিছ উদহাউছৰ উদ্‌গনিতে তাই তেওঁৰ কথা ভাবিবলৈ লৈছিল আৰু তাইৰ প্ৰতি তেওঁৰ ব্যৱহাৰত পৰিৱৰ্তন দেখা পাইছিল—সেয়া আছিল মৰম-চেনেহৰ এক সম্পৰ্কৰ সূচক। লাহে লাহে তাই আগতকৈ বহুত বেছি প্ৰমাণ পাবলৈ ধৰিলে। যেতিয়া সিহঁত তিনিও খোজ কাঢ়িবলৈ যায়, তেওঁ প্ৰায়ে তাইৰ কাষে কাষে যায় আৰু আনন্দেৰে কথা-বতৰা পাতে। তেওঁ তাইৰ লগত বেছিকৈ লাগি থাকিবলৈ বিচাৰে। এমাই কথাটো জানে। কিছু পৰিমাণে তেওঁৰ এই পৰিৱৰ্তন তায়ো লক্ষ্য কৰিছিল। তেওঁ সাধাৰণভাৱেই তাইৰ সৰলতা, সাধুতা, উদাৰতা আদি গুণবোৰৰ বাবে প্ৰশংসা কৰিছিল।

হেৰিয়েটে বহুত কথা কৈ গ'ল—যিবোৰ এমাৰ চকুত পৰা নাছিল। কাৰণ এমাৰ মনত এই বিষয়ে কোনো সন্দেহৰ সৃষ্টি হোৱা নাছিল। হেৰিয়েটে কৈ যোৱা বিভিন্ন প্ৰমাণবোৰে এমাৰ মনত ৰেখাপাত কৰিব পৰা নাছিল, কিন্তু অলপতে সংঘটিত দুটা ঘটনায়েই যি দুটাৰ সাক্ষী এমাও আছিল—সবল প্ৰমাণ বুলি স্বীকৃত হ'ল। প্ৰথমটো আছিল সকলোবোৰ ডনৱেললৈ যোৱাৰ দিনাৰ কথা। তাই তেওঁৰ লগত অকলে কথা পাতি থকাৰ অলপ পাছতে এমা ওচৰলৈ অহাত তেওঁ নিশ্চয় অসুবিধা পাইছিল (হোৱা বুলি তাই প্ৰত্যয় গৈছিল)। কাৰণ সিদিনা তেওঁ অলপ বেলেগ ধৰণৰ কথা কৈছিল—আগতে কেতিয়াও তেনে কথা কোৱা নাছিল (কথাখিনি

কওঁতে হেৰিয়েট লাজত ৰঙা পৰি উঠিছিল), তাই কাৰোবাৰ লগত সম্পৰ্ক স্থাপন কৰি থৈছে নেকি সুধিব খোজোঁতেই এমা আহি পোৱাত তেওঁ কথা সলাই দিলে আৰু খেতি-বাতিৰ কথা উলিয়ালে। দ্বিতীয়টো ঘটনা তেওঁ লণ্ডনলৈ যাবলৈ ওলোৱাৰ দিনাৰ কথা। হাৰ্টফিল্ডলৈ আহি তেওঁ কৈছিল যে তেওঁ পাঁচ মিনিটো বহিব নোৱাৰে—কিন্তু আধা ঘণ্টা ধৰি তাইৰ লগত কথা পাতিছিল। আৰু কথা প্ৰসংগত কৈছিল যে যদিও তেওঁ যাবলৈ ওলাইছে—এয়া তেওঁৰ ইচ্ছাৰ বিৰুদ্ধেহে যাবলৈ ওলাইছে। হেৰিয়েটৰ এই আত্মবিশ্বাস ভৰা কথাখিনিয়ে এমাৰ বুকুখন বিষাই তুলিলে।

প্ৰথম ঘটনাটোৰ ক্ষেত্ৰত এমাই ক'ব বিচাৰিলে যে, তেওঁ যে তাই কাৰোবাৰ লগত সম্পৰ্ক পতাৰ কথা ক'ব খুজিছিল—সেয়া চাগে মিঃ মাৰ্টিনৰ বাবে সুধিব খুজিছিল। মিঃ মাৰ্টিনৰ বাবে তাইৰ আগ্ৰহ আছেনে নাই জানিব বিচাৰিছিল চাগে। কিন্তু হেৰিয়েটে সজোৰে তেনে সম্ভাবনাৰ কথা নুই কৰিলে।

তাইৰ প্ৰমাণ দিয়া শেষ হোৱাৰ পাছত মিছ উদহাউছৰপৰা জানিব বিচাৰিলে—তাই আশা কৰিবৰ থল আছেনে নাই!

"মইতো প্ৰথমতে তেওঁৰ কথা ভাবিবই নোৱাৰিলোঁহেঁতেন। আপোনাৰ কাৰণেহে এয়া সম্ভৱ হৈছে। আপুনিয়ে মোক কৈছিল তেওঁক ভালদৰে লক্ষ্য কৰিবলৈ। তেওঁৰ আচৰণে মোক প্ৰভাৱান্বিত কৰিছিল। এতিয়া মই অনুভৱ কৰিছোঁ তেওঁক পোৱাৰ যোগ্যতা মোৰ আছে আৰু তেওঁ যদি মোক পছন্দ কৰে, আচৰিত হ'বলগীয়া একো নাই," হেৰিয়েটে ক'লে।

এই কথাখিনিয়ে লৈ অহা যথেষ্ট তিক্ত অনুভূতিখিনি উথলি উঠা বাবে এমাৰ বাবে হেৰিয়েটৰ প্ৰশ্নৰ উত্তৰ দিয়াটো কঠিন হৈ পৰিল। তথাপিও এমাই উত্তৰ দিলে, "হেৰিয়েট, এই ক্ষেত্ৰত মই ক'ম যে মিঃ নাইট্‌লে পৃথিৱীৰ শেষজন পুৰুষ, যিজনে জানি-শুনি কোনো মহিলাকে তেওঁৰ অনুভূতিৰ বিষয়ে জানিবলৈ দিব।"

হেৰিয়েট তাইৰ বন্ধুৰ কথাবাৰত ইমান সন্তুষ্ট হ'ল যে তাই যেন মিছ উদহাউছক পূজাহে কৰিব তেনে দেখা গ'ল। তেনেকুৱাতে মিঃ উদহাউছ ডাঙৰ কোঠাটোৰ মাজেৰে অহাৰ উমান পাই হেৰিয়েটে তেওঁৰ মুখামুখি হ'বলৈ ইচ্ছা নকৰি তেওঁ অহাৰ আগতে যোৱাটোৱেই ভাল বুলি আনখন দুৱাৰেদি ওলাই গ'ল। তাই যোৱাৰ লগে লগে স্বতঃস্ফূৰ্তভাৱে এমাৰ মুখৰপৰা ওলাই আহিল ঃ "উস্ ভগৱান! মই তাইক কেতিয়াও লগ নোপোৱাহেঁতেনেই ভাল আছিল।"

দিনটোৰ বাকীখিনি সময়—তাৰ পাছত নিশাটো যথেষ্ট কষ্টেৰে পাৰ হ'ল। যোৱা কেইঘণ্টামানত ঘটা ঘটনাবোৰে এমাক বিবুদ্ধিত পেলালে। প্ৰতিটো মুহূৰ্তই

তাইলৈ একোটা নতুন বিস্ময়ৰ আৰু প্ৰতিটো বিস্ময়ে তাইলৈ একোটা লজ্জাজনক পৰিস্থিতি কঢ়িয়াই আনিছিল। কি যে ভুলবোৰ তাই কৰিছে! এবাৰ যদি তাই স্থানুৰ দৰে বহি ৰ'ল, আনবাৰ ইটো কোঠাৰপৰা সিটো কোঠালৈ গ'ল। অস্থিৰতাত তাই ছটফটাই থাকিল। নিজৰ অন্তৰখন বুজিবলৈ তাই যত্ন কৰিলে।

মি° নাইট্লেই তাইৰ অন্তৰ এতিয়া অধিকাৰ কৰি থকাৰ দৰে কিমান দিনৰপৰা আছে বাৰু? তাইৰ ওপৰত তেওঁৰ প্ৰভাৱ বাৰু কেতিয়াৰপৰা আৰম্ভ হ'ল? ফ্ৰেংক চাৰ্চিলে কেইদিনমানৰ বাবে তাইৰ অন্তৰ অধিকাৰ কৰাৰ দৰে কেতিয়ানো তেওঁ সেই ঠাই অধিকাৰ কৰিলে? ভাবি ভাবি নিজকে তাই আৱিষ্কাৰ কৰিলে যে ইমানদিনে তাই সম্পূৰ্ণৰূপে এক ভ্ৰান্তিৰ মাজত আছিল, তাইৰ নিজৰ অন্তৰত অকণমানো মৰম নাছিল। তাই বিচাৰি ফুৰা প্ৰশ্নৰ সমাধান পোৱাৰ লগতে মি° নাইট্লেৰ প্ৰতি থকা তাইৰ ভালপোৱাৰ কথা এমাই অন্তৰত উপলব্ধি কৰিলে।

তাইৰ ভুলৰ বাবেই এতিয়া মি° নাইট্লে আৰু হেৰিয়েটৰ মাজৰ এই অসমান সম্বন্ধ ঘটিবলৈ গৈছে। তাইৰ স্থান সমাজৰ কিমান ওপৰলৈ যাব! আৰু তেওঁক কিমান তললৈ টানি অনা হ'ব! এমাৰ ভাবিবলৈ ভয় লাগিল—তেওঁ মানুহৰ মাজত কিমান হেয়, হাঁহিয়াতৰ পাত্ৰ হ'ব। আনকি নিজৰ ভায়েকৰ ওচৰতো হেয় হ'ব, কিমান যে অসুবিধাৰ সন্মুখীন হ'ব লাগিব। নাই, এয়া অসম্ভৱ।

উস! তায়েই বাৰু হেৰিয়েটক আগ বঢ়াই দিয়া নাইনে! অমায়িক, নম্ৰ হেৰিয়েটজনী যদি আজি অহংকাৰী হৈছে সেয়াও বাৰু তাইৰ বাবে হোৱা নাইনে?

## অধ্যায় ৪৮

এই পৰ্য্যন্ত এমাই বুজিবই পৰা নাছিল তাইৰ সুখ আৰু বন্ধুত্ব মি° নাইট্লেৰ লগত কিমানখিনি জড়িত—কিমাখিনি নিৰ্ভৰশীল। তাই এতিয়াহে উপলব্ধি কৰিলে তাই তেওঁক কিমান ভাল পায়। ইমান বছৰে তেওঁ এমাৰ ভালৰ বাবে সদায় কেনেদৰে

চিন্তিত হৈ থাকিছিল। তাইৰ ভালৰ বাবে পৰামৰ্শ দিছিল, তাইৰ দোষ-ত্ৰুটিবোৰ আঙুলিয়াই দিছিল, আৰু সকলো দিশৰপৰা সংশোধন কৰি তাইক আগ বঢ়াই নিবলৈ বিচাৰিছিল। তেওঁৰ প্ৰতিটো কথাতে বিৰোধিতা কৰা, সৰু সৰু কথাতে কাজিয়া কৰা, তেওঁৰ কোনো পৰামৰ্শকে মানি নোলোৱা তাইৰ দোষবোৰ থকা সত্ত্বেও তাই জানে তাই তেওঁৰ অতি মৰমৰ। হেৰিয়েট স্মিথে নিজকে তেওঁৰ যোগ্য বুলি, তেওঁ তাইক ভাল পায় বুলি ভাবিব পাৰে। কিন্তু সেয়া কেতিয়াও সম্ভৱ নহয়। অলপতে এমাই তেওঁৰ তাইৰ নিজৰ প্ৰতি থকা মৰমৰ প্ৰমাণ পাইছে। তাই মিছ বেট্‌ছক দেখুওৱা আচৰণৰ বাবে তেওঁ যে কিমান দুঃখিত বোধ কৰিছিল। কিমান পোনে পোনে আৰু কিমান সবলভাৱে তেওঁ সেই বিষয়টোৰ ক্ষেত্ৰত নিজৰ মনোভাব ব্যক্ত কৰিছিল! কাৰোবাৰ প্ৰতি ভাল ভাব নাথাকিলে কেতিয়াও তেনেদৰে প্ৰতিক্ৰিয়া ব্যক্ত কৰিব নোৱাৰে।—তাইৰ বৰ্তমান কোনো আশা নাই; এতিয়া এটাই আশা যে হেৰিয়েটে নিশ্চয় নিজকে আভুৱা ভাঁৰিছে। আৰু তাইৰ প্ৰতি দেখুওৱা তেওঁৰ সন্মানখিনিক অলপ বেছিকৈ ভাবিছে। তেওঁ বিয়া নপতাকৈ থাকিলে তাই সম্পূৰ্ণ সুখী হ'ব বুলি তাইৰ নিজৰ প্ৰত্যয় জন্মিল। মিং নাইট্‌লে তাইৰ বাবে আৰু তাইৰ দেউতাকৰ বাবে সেই আগৰ অকলশৰীয়া নাইট্‌লেজন হৈ থকাটোকে এমাই আশা কৰিলে; ডনৱেল আৰু হাৰ্টফিল্ডৰ মাজৰ যি আন্তৰিকতাপূৰ্ণ বন্ধুত্ব আৰু বিশ্বাস সেয়া যেন আগৰ দৰেই ৰওক। আৰু তেতিয়াই তাইৰ শান্তিয়ে নিৰাপত্তা লভিব, কাৰণ তায়ো বিয়াত নবহে। তাইৰ দেউতাকক একোৱেই তাইৰপৰা আঁতৰ কৰিব নোৱাৰে। যদি মিং নাইট্‌লেই তাইক বিয়াৰ প্ৰস্তাৱ দিয়ে সেয়াও তাই কেতিয়াও মানি নলয়।

তাইৰ একান্ত ইচ্ছা—হেৰিয়েট হতাশ হওক; আৰু সেইটো সম্ভৱ হোৱাৰ কোনো আশা আছেনে নাই সেইটো জানিবলৈ তাই দুয়োকে একেলগে দেখা পাবলৈ বিচাৰিলে। প্ৰতিদিনে তাই মিং নাইট্‌লে উভতি অহাৰ আশা কৰিলে। কিন্তু হেৰিয়েট তাইৰ সন্মুখত উপস্থিত হোৱাৰ কথাটো কল্পনা কৰি একেলগে দুয়োকে দেখাৰ আশা তাই পৰিহাৰ কৰিলে। তাই হেৰিয়েটৰ মুখামুখি নহ'বলৈ ইচ্ছা কৰিলে, কাৰণ তাৰপৰা সিহঁত কাৰো ভাল নহয়। তাইৰ মনত সন্দেহ থকালৈকে তাই এইবোৰ বিশ্বাস নকৰিবলৈ সিদ্ধান্ত ল'লে আৰু হেৰিয়েটৰ বিশ্বাসক নুই কৰাৰ কথাও নাভাবিলে। সেই বিষয়টো লৈ হেৰিয়েটৰ লগত যাতে কোনো কথা পাতিব লগা নহয় তাৰ বাবে এমাই তাইলৈ চিঠি এখন লিখি কেইদিনমান লগালগি নোহোৱাৰ কথাটো জনালে। হেৰিয়েট এমাৰ প্ৰস্তাৱটোত মান্তি হ'ল।

যোৱা চৌবিছ ঘণ্টা ধৰি খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে সকলো সময়তে

এমাক গ্ৰাস কৰা বিষয়টোৰপৰা অলপ ফালৰি কাটি আহিব পৰাকৈ মিছেছ ৱেষ্টন আহি হাৰ্টফিল্ডত উপস্থিত হ'ল। তেওঁ ভাবী-বোৱাৰীয়েকক লগ পাবলৈ আহি ঘৰলৈ উভতি যোৱাৰ বাটত এমাক লগ পাবলৈ সোমাল। এমাৰ কৌতূহল নিৰসন কৰি মিছেছ ৱেষ্টনে মিছ ফেয়াৰফেক্সৰ লগত হোৱা কথা-বতৰাৰ সকলোখিনি বিতংকৈ এমাক জনালে।

প্ৰথম অৱস্থাত জেনে মিছেছ ৱেষ্টনৰ ওচৰত মুখ খোলা নাছিল। মিছেছ ৱেষ্টনে তাইৰ অসুখ হৈ আছে অলপ ওলাই গ'লে ভাল পাব বুলি ফুৰাবলৈ লৈ আহিল, আৰু সকলো কথা খোলাকৈ পাতিলে। গোপনে বিয়া ঠিক কৰি থোৱা কথাটোৰ বাবে তাই লজ্জিত হৈছিল আৰু তাৰ বাবে ক্ষমা বিচাৰিছিল। তেনেদৰে খোলাকৈ কথা-বতৰা হোৱাৰ ফলত তাইৰ মনত যি অপৰাধবোধৰ ভাব আছিল সেয়া নাইকিয়া হৈছিল। মিছেছ ৱেষ্টন জেনৰ প্ৰশংসাত পঞ্চমুখ হ'ল। এমাই তাইৰ প্ৰতি দেখুওৱা মৰম-সহানুভূতিৰ বিপৰীতে তাই অকৃতজ্ঞৰ দৰে ব্যৱহাৰ কৰাৰ বাবে মিছেছ ৱেষ্টনৰ আগত জেনে দুখ প্ৰকাশ কৰিছিল। আনহাতে, জেনে প্ৰকাশ কৰা অনুশোচনাৰ কথা শুনি বৰং এমা লজ্জিতহে হৈছিল। তাই নিজৰ অজ্ঞানতাবশতঃ জেনৰ প্ৰতি যি মন্তব্য কৰিছিল, ফেংকৰ আগত তাইৰ সন্দেহৰ কথা ব্যক্ত কৰি জেনক দুখী কৰাত যি অৱদান যোগাইছিল, সেইবোৰ কথাই তাইক দুখ দিছিল। জেন সঁচাকৈয়ে এজনী ভাল ছোৱালী, তাই ফ্ৰেংকৰ লগত সুখী হওক—এমাই তাৰেই কামনা কৰিলে।

দিনটো শেষ কৰি হাৰ্টফিল্ডলৈ অহা সন্ধিয়াটো যথেষ্ট দীঘল আৰু বিষণ্ণ আছিল। বতৰটোৱেও এনে পৰিৱেশত অৰিহণা যোগাইছিল। বতৰে মিঃ উদহাউছৰ স্বাস্থ্যৰ ওপৰতো প্ৰভাৱ পেলাইছিল। এমাৰ মনত মিঃ উদহাউছৰ চিন্তাৰ লগতে ভৱিষ্যতৰ চিন্তাই তাইক বিভ্ৰান্ত কৰিছিল। মিছ ফেয়াৰফেক্স আৰু মিঃ ফ্ৰেংক চাৰ্চিলৰ বিয়াৰ পাছত তেওঁলোক আঁতৰি যাব। মিছেছ ৱেষ্টন তেওঁৰ হ'বলগীয়া কেঁচুৱাটোৰ লগত ব্যস্ত থাকিব। আনহাতে মিঃ নাইট্‌লেইও আগৰ নিচিনাকৈ হাৰ্টফিল্ডত সন্ধিয়াবোৰ কটাবৰ বাবে আহিব নোৱাৰিব। কাৰণ, ইতিমধ্যে হেৰিয়েটৰ লগত তেওঁৰ বিয়াখনো হৈ যাব। তাই নিজেই সান্ত্বনা ল'লে যে অনাগত দিনবোৰ তাইৰ বাবে সুখপ্ৰদ নহ'ব যদিও তাই বিচাৰ-বুদ্ধিসম্পন্ন মানুহৰ দৰে কাম কৰিব, যাতে এৰি অহা দিনবোৰৰ কথা ভাবি অনুশোচনা কৰিব নালাগে।

## অধ্যায় ৪৯

পাছদিনা ৰাতিপুৱালৈকে বতৰ আৰু হাৰ্টফিল্ডৰ পৰিৱেশ একেই থাকিল। কিন্তু আবেলিলৈ বতৰ মুকলি হ'ল। ধুমুহা-বৰষুণ বিধৌত প্ৰকৃতিয়ে এমাক মোহিত কৰিলে। নিশাৰ আহাৰ খোৱাৰ পাছত মিঃ পেৰি আহি দেউতাকৰ লগত কথা পাতিবলৈ ধৰাত এমাই আহি ফুলনিত খোজ কাঢ়িবলৈ ধৰিলে। তেনেকুৱাতে মিঃ নাইট্‌লে বাগিচাৰ দুৱাৰেদি সোমাই তাইৰ পিনে আগ বাঢ়ি আহিল। লণ্ডনৰপৰা উভতি অহাৰ পাছত তেওঁৰ লগত এমাৰ এয়া প্ৰথম সাক্ষাৎ। তাৰ আগমুহূৰ্তত এমাই তেওঁৰ কথাই ভাবি আছিল। কুশল-বাৰ্তা বিনিময় কৰাৰ পাছত এমাই তেওঁ কেতিয়া পালেহি, লণ্ডনত সকলোৰে ভালনে ইত্যাদি খবৰ ল'লে। তেওঁৰ কথা-বতৰাবিলাক আনদিনাৰ নিচিনা প্ৰফুল্লিত যেন নালাগিল। এমাই ভাবিলে তেওঁ চাগে ভায়েক আৰু ইজাবেলাৰ আগত হেৰিয়েটৰ বিষয়টো উত্থাপন কৰিছিল, কিন্তু তেওঁলোকৰপৰা পোৱা আচৰণে তেওঁক দুখ দিছে।

নিৰৱে দুয়ো খোজ কাঢ়ি থাকিল। তাই অনুভৱ কৰিলে তেওঁ মাজে মাজে তাইলৈ চাইছে আৰু তেওঁ যেন কিবা ক'ব খোজে। সম্ভৱতঃ হেৰিয়েটৰ লগত তেওঁৰ সম্পৰ্কটোৰ কথা ক'ব খোজে। তেওঁ চাগে কথাটো আৰম্ভ কৰিবৰ বাবে তাইৰপৰা উৎসাহ বিচাৰিছে। নাই, তাই উৎসাহ যোগাব নোখোজে—তেওঁ নিজে যি কৰে কৰক। কিন্তু তেওঁৰ এই নিৰৱতা তাইৰ সহ্য নহ'ল। সেয়ে তাই মিচিকিয়া হাঁহি মাৰি ক'লে যে তেওঁ উভতি আহিলে যেতিয়া তেওঁৰ বাবে এটা খবৰ আছে; বৰং তেওঁক আচৰিত কৰিব পৰা খবৰ।

"কি খবৰ বাৰু?" শান্তভাৱে তাইলৈ চাই তেওঁ সুধিলে।

"বিয়াৰ খবৰ।"

এখন্তেক বৈ তেওঁ উত্তৰ দিলে, "তুমি যদি মিছ ফেয়াৰফেক্স আৰু ফ্ৰেংক চাৰ্চিলৰ বিয়াৰ কথা ক'ব খুজিছা, তেন্তে সেয়া মই শুনিছোঁ।"

"সেয়া কেনেকৈ সম্ভৱ?" এমাই সুধিলে।

তেওঁ জনালে যে সিদিনা ৰাতিপুৱা ব্যৱসায় সংক্ৰান্তত মিঃ বেষ্টনে তেওঁলৈ এখন চিঠি পঠাইছিল, তাতে তেওঁ এই কথাটোও চমুকৈ উল্লেখ কৰিছিল।

"তেন্তে আপুনি চাগে আমাতকৈ কম আচৰিত হৈছে। কাৰণ আগতেও আপুনি এইটো অনুমান কৰিছিল। মই পাহৰা নাই, আপুনি মোক সাৱধান কৰি দিছিল। আজি



এক মুহূৰ্তৰ বাবে নিৰৱ হৈ বোৱাৰ পাছত তেওঁ তাইৰ বাহুটো
নিজৰ বুকুৰ মাজলৈ টানি আনি হেঁচা মাৰি ধৰিলে।

মই ভাবিছোঁ—মই আপোনাৰ কথা শুনাহেঁতেন! কিন্তু মই যে অন্ধকাৰতে পৰি আছিলোঁ।"

এক মুহূৰ্ত্তৰ বাবে নিৰৱ হৈ ৰোবাৰ পাছত তেওঁ তাইৰ বাহুটো নিজৰ বুকুৰ মাজলৈ টানি আনি হেঁচা মাৰি ধৰিলে আৰু আবেগিকভাৱে ধীৰে ধীৰে কৈ গ'ল, "সময়, মোৰ মৰমৰ এমা, সময়ে সকলো যাতনা দূৰ কৰিব।" তাইৰ বাহুটো তেওঁ আকৌ বুকুত হেঁচা মাৰি ধৰি দুখ ভৰা মাতেৰে শুনা-নুশুনাকৈ ক'লে, "বন্ধুত্বৰ সেই মিঠা অনুভূতি—জঘন্য বদমাছটো—" আৰু তাৰ পাছত মাতটো স্থিৰ কৰি ডাঙৰকৈ ক'লে, "সিহঁত সোনকালেই ইয়ৰ্কশ্বায়াৰলৈ গুচি যাব। মোৰ তাইলৈহে দুখ লাগে। তাই তাতকৈ বহুত ভাল ল'ৰা পালেহেঁতেন।"

এমাই তেওঁৰ কথা বুজি পালে আৰু লৰালৰিকৈ ক'লে, "আপুনি সঁচাকৈয়ে বৰ মৰমিয়াল। কিন্তু আপুনি ভুল বুজিছে। মই আপোনাক কওঁ যে মূৰ্খৰ দৰে কিছুমান কথা ক'বলৈ আৰু বহুতো এনেকুৱা কাম কৰিবলৈ মই প্ৰলোভিত হৈছিলোঁ—যিবোৰে মোক অসুখী কৰিছে। আৰু তেওঁলোকৰ গোপন কথাটো নজনাৰ বাহিৰে মোৰ আন কোনো অনুশোচনা নাই।"

"এমা," ব্যগ্ৰভাৱে তাইলৈ চাই তেওঁ কৈ উঠিল, "তুমি সঁচাকৈয়ে কৈছানে? হয়তো, তেওঁনো এনে কি যাৰ বাবে তুমি দুখ কৰিব লাগে। মানুহৰ নামত তেওঁ এটা কলংকহে। তেওঁ বাৰু ইমান ধুনীয়া জেনজনীক পাবৰ যোগ্যনে?"

"মিঃ নাইট্‌লে," বিবুধিত পৰা এমাই প্ৰাণৱন্ত হ'বলৈ চেষ্টা কৰি ক'বলৈ ধৰিলে, "মই এক আচৰিত অৱস্থাৰ সন্মুখীন হৈছোঁ, মই আৰু আপোনাৰ ভুল ধাৰণাক আগ বঢ়াই নিবলৈ নিদিওঁ। সম্ভৱতঃ মোৰ আচৰণে আপোনাক তেনে এটা ধাৰণা দিছে। কিন্তু, মই আপোনাৰ আগত স্বীকাৰ কৰোঁ যে যিজনে এগৰাকী মহিলা সম্পৰ্কে নিজে ভবা কথা এটাৰ সম্পূৰ্ণ বিপৰীত কথা এটা ক'ব পাৰে, তেনে এজনৰ প্ৰতি মোৰ কোনো আকৰ্ষণ নাই।"

নিৰৱে তেওঁ এমাৰ কথা শুনিলে। তাই আশা কৰিলে তেওঁ কিবা এটা কওক। কিন্তু একো নোকোৱাত, পুনৰ তাই কৈ গ'ল, "মোৰ নিজৰ বিষয়ে নিচেই অলপহে ক'বলৈ আছে। মোৰ প্ৰতি দেখুওৱা মনোযোগে মোক তেওঁৰ প্ৰতি উৎসাহিত কৰিছিল। হয়তো এইটো এটা পুৰণি কাহিনী—এটা সাধাৰণ ঘটনা—শতকৰা এশজনৰ ক্ষেত্ৰতে ঘটা ঘটনা, পৰিস্থিতিয়ে মোক তেওঁৰ প্ৰতি আগ্ৰহী হোৱাৰ বাবে কিছু পৰিমাণে সহায় কৰিছিল। তেওঁ আছিল মিঃ ৱেষ্টনৰ পুতেক—তেওঁ প্ৰায়ে ইয়াত থাকিছিল—তেওঁক মই সকলো সময়তে আনন্দিত আচৰণতে পাইছিলোঁ—মুঠতে,"

এটা হুমুনিয়াহ্ কাঢ়ি তাই ক'লে, "মই ভেমত ফুলি উঠিছিলোঁ—মই তেওঁৰ মনোযোগক প্ৰশ্ৰয় দিছিলোঁ—পাছত অৱশ্যে এইবোৰ মোৰ বাবে অৰ্থহীন যেন লাগিছিল। সেয়ে মোৰ ফালৰপৰা এইবোৰ কোনো গুৰুত্ব-সহকাৰে লোৱা নাছিলোঁ। তেওঁ মোক প্ৰভাৱান্বিত কৰিবলৈ যত্ন কৰিছিল যদিও একো কৰিব পৰা নাছিল। মই তেওঁৰ প্ৰতি আকৰ্ষিত হোৱা নাছিলোঁ আৰু এতিয়া মই তেওঁৰ চৰিত্ৰ ভালদৰে বুজি পাইছোঁ। তেওঁ মোৰ লগত সম্বন্ধ পাতিবও বিচৰা নাছিল। মাথোন এনেদৰে থাকি তেওঁৰ গোপন কথাটো লুকুৱাব বিচাৰিছিল। মোৰ ভাগ্য ভাল যে মই কেনেবাকৈ তেওঁৰপৰা ৰক্ষা পৰিলোঁ।"

তাই এইখিনিতে তেওঁৰপৰা উত্তৰ এটা আশা কৰিলে যে তাই অন্ততঃ বুধিয়কৰ কাম কৰিছে বুলি কওক, কিন্তু গভীৰ চিন্তাত বুৰ গৈ তেওঁ নিৰৱে ৰ'ল। অৱশেষত তেওঁৰ স্বাভাৱিক কণ্ঠেৰে তেওঁ ক'লে, "ফ্ৰেংক সম্বন্ধে মোৰ কোনোদিনেই ভাল ধাৰণা নাছিল। অৱশ্যে মই আশা কৰিছিলোঁ তেওঁ ভাল হ'ব। তেওঁক বেয়া বুলি কোৱাৰ মোৰ কোনো উদ্দেশ্য নাই আৰু যিজনীৰ সুখ-দুখ তেওঁৰ চৰিত্ৰ আৰু কাৰ্য্যৰ লগত জড়িত হৈ আছে তাইৰ খাতিৰতে মই নিশ্চয় তেওঁৰ ভালেই কামনা কৰিম। তেওঁ নিশ্চয়কৈ অতি সৌভাগ্যৱান মানুহ।"

"আপুনি যেনেকৈ কৈছে যেন তেওঁক হিংসাহে কৰে।"

"অঁ হিংসা কৰোঁ, এমা, এটা ক্ষেত্ৰত তেওঁ মোৰ হিংসাৰ কাৰক।"

এমাই একো উত্তৰ নিদিলে।

"এমা, তুমি নোসোধা নেকি মই কিয় তেওঁক হিংসা কৰোঁ? জানিবৰ তোমাৰ কোনো আগ্ৰহ নাই দেখিছোঁ। তুমি নোসোধাকৈ থাকিব পাৰিবা—কিন্তু মই নোকোৱাকৈ নোৱাৰিম। এমা, তুমি নুসুধিলেও মই ক'বই লাগিব; যদিও পাছ মুহূৰ্ততে নোকোৱাই ভাল বুলি মই ভাবিম।"

"ওঁ! তেতিয়াহ'লে নক'ব, নক'ব।"

গভীৰ দুখবোধেৰে 'ধন্যবাদ' জনাই তেওঁ আৰু এটা শব্দও নক'লে।

তেওঁ দুখ পোৱাটো এমাই সহ্য কৰিব পৰা নাছিল। তাই ভাবিলে তেওঁ চাগে এমাৰ লগত হেৰিয়েটৰ কথা পাতিব খোজে। সেয়ে এমাই তেওঁক জনালে যে তেওঁক দুখ দিছে বুলি তাই ভয় কৰিছে। কিন্তু তেওঁ যদি বন্ধু হিচাবে কিবা ক'ব খোজে অথবা তাইৰ মতামত জানিব বিচাৰে তাইক ক'ব পাৰে, তাই শুনিবলৈ সাজু আছে। আৰু তাই যি ভাবে সঁচাকৈ সেইটোকে ক'ব।

"বন্ধু হিচাবে! এমা এই শব্দটো মই বৰ ভয় কৰোঁ—নাই মোৰ একো ক'বলৈ

নাই...। ৰ'বা, আছে; মইনো কিয় ক'বলৈ ইতস্ততঃ কৰোঁ। কাৰণ, ইতিমধ্যে গোপনে মই বহুদূৰ আগুৱাইছোঁ। ঠিক আছে, বন্ধু হিচাবে কৈছোঁ—মোৰ মৰমৰ এমা, তুমি সদায় মোৰ মৰমৰ হৈ থাকিবা। যদি তুমি মোক ভাল নোপোৱা তৎক্ষণাৎ কৈ দিয়া।"—তাই নিৰৱে ৰ'ল। উৎফুল্লিত মিঃ নাইট্লেই কৈ উঠিল, "তুমি দেখোঁ নিৰৱে ৰ'লা, সম্পূৰ্ণ নিৰৱে ৰ'লা। ঠিক আছে, মই আৰু একো নোসোধোঁ।"

মিঃ নাইট্লেই কৈ যোৱা কথাবোৰ শুনি ক্ষিপ্ৰ গতিত এমাৰ মনটো সেই সুন্দৰ চিন্তাবোৰৰ মাজত ডুব গ'ল। তেওঁ কোৱা প্ৰতিটো শব্দ শুনি আৰু বুজি তাই তাৰ সম্পূৰ্ণ সত্য উপলব্ধি কৰিলে। হেৰিয়েটৰ আশা যে একেবাৰে ভিত্তিহীন আৰু ভুল হৈ আছিল—তাইৰ কথাবিলাকত তাইৰ মনৰ ভাবহে আছিল, সেয়া এমাই ভালদৰে বুজি পালে। হেৰিয়েটৰ বাবে তাইৰ বৰ দুখ লাগিল।

মিঃ নাইট্লেই এমাক জনালে যে হাৰ্টফিল্ডলৈ আহি বাগিচাত তাইক দেখা পাই কোনো ধাৰণা নোহোৱাকৈ তেওঁ তাইৰ পিছে পিছে গৈছিল। ফ্ৰেংক চাৰ্চিলৰ বিয়াৰ ঠিক হোৱা খবৰটো তাইনো কেনেদৰে গ্ৰহণ কৰিছে সেই লৈ তেওঁ উদ্বিগ্ন হৈ আছিল, আৰু সকলোবোৰ সহজভাৱে ল'বলৈ তাইক পৰামৰ্শ দিবলৈ আহিছিল। এতিয়া বাকীখিনি কাম সময়ে কৰিলে। এমাৰ ফ্ৰেংকৰ লগত কোনো সম্পৰ্ক নথকাৰ কথাটোৱে তেওঁক আনন্দিত কৰিলে আৰু লগে লগে তেওঁৰ মনত আশাৰ জন্ম হ'ল—এই সময়তে তেওঁ এমাৰপৰা তেওঁৰ প্ৰতি মৰম আদায় কৰিব পাৰিব—তেওঁৰ অন্তৰত ফল্গুৰ দৰে বৈ থকা মৰমখিনি কিজানি এমাৰ অন্তৰতো জগাবই পাৰে আৰু সঁচাকৈয়ে মাথোন আধা ঘণ্টাৰ ভিতৰতে তেওঁ সম্পূৰ্ণৰূপে হতাশজনক মনৰ অৱস্থা এটাৰপৰা নামহীন এক সম্পূৰ্ণ সুখী মানসিক অৱস্থালৈ গতি কৰিলে।

এমাৰ পৰিবৰ্তনো একেই আছিল। মিঃ নাইট্লেই ফ্ৰেংক চাৰ্চিলৰ প্ৰতি তেওঁৰ দীৰ্ঘদিনীয়া ঈৰ্ষাৰ কথা ব্যক্ত কৰিলে। তেওঁ এমাক ভাল পাইছিল, সেই আৱেগেই তেওঁক ফ্ৰেংকৰ প্ৰতি ঈৰ্ষান্বিত কৰি তুলিছিল। সেই ঈৰ্ষাই তেওঁক হাইবেৰিৰপৰা লণ্ডনলৈ লৈ গৈছিল। বক্সহিলৰ পাৰ্টিৰ দিনাই তেওঁ সিদ্ধান্ত লৈছিল যে তেওঁ আঁতৰি থাকিব। কিন্তু মিঃ ৱেষ্টনৰ চিঠিৰপৰা সকলো কথা জানিব পাৰি তেওঁ আৰু ৰ'ব নোৱাৰিলে। বৰষুণৰ মাজতে তেওঁ আহি ডনৱেল পালে আৰু ৰাতিৰ আহাৰ সম্পূৰ্ণ কৰি কেনেকৈ তেওঁৰ অতিকৈ মৰমৰ আৰু আটাইতকৈ ভাল এমাজনীয়ে এই কথাটো সহ্য কৰিছে তাকে চাবলৈ ইয়ালৈ আহিছে।

তেওঁ তাইক উদ্বিগ্ন আৰু হতাশ ৰূপত পালেহি—ফ্ৰেংক চাৰ্চিল এজন খলনায়ক। কিন্তু তাইৰপৰা তেওঁ জানিব পাৰিলে যে তাই ফ্ৰেংকক কেতিয়াও ভাল

পোৱা নাছিল। এমা তেওঁৰ নিজৰ এমাজনীয়ে হৈ আছে। দুয়ো ঘৰৰ ভিতৰলৈ সোমাই যোৱাৰ সময়ত তেওঁ যদি ফ্রেংক চার্চিলৰ কথা ভাবিব পাৰিলেহেঁতেন তেন্তে তেওঁ নিশ্চয় ফ্রেংক চার্চিলক ভাল মানুহ বুলিয়েই বিবেচনা কৰিলেহেঁতেন।

## অধ্যায় ৫০

ঘৰৰ ভিতৰৰপৰা বাহিৰলৈ যোৱা এমা আৰু বাহিৰৰপৰা ভিতৰলৈ সোমোৱা এমাৰ মাজত কি যে অসামঞ্জস্য! তেতিয়া তাই মনৰ অশান্তিৰপৰা অলপ সকাহ বিচাৰিছিল; কিন্তু এতিয়া—অভাৱনীয় এক সুখানুভূতি তাই উপলব্ধি কৰিলে।

ভিতৰলৈ আহি তেওঁলোক চাহ খাবলৈ বহিল—একেখন মেজ মাজত লৈ একেখিনি মানুহ—প্ৰায়েই তেওঁলোকে এনেদৰেই গোট খায়। একেদৰেই তাইৰ দৃষ্টি বাগিচাৰ গছ-গছনিবোৰৰ ওপৰত পৰে আৰু তাত বিচ্ছুৰিত হোৱা অস্তমিত বেলিৰ শেষ আভাকণে তাইৰ নয়ন জুৰায়! কিন্তু আজিৰ নিচিনা উপলব্ধি তাইৰ কেতিয়াও হোৱা নাছিল।

ইমান আন্তৰিকতাৰে স্বাগতম জনোৱা মানুহজনৰ অন্তৰত যে তেওঁৰ বিপক্ষে কিবা ষড়যন্ত্ৰ থাকিব পাৰে বেচেৰা মিঃ উদহাউছে এবাৰৰ বাবেও সন্দেহ কৰা নাছিল। মিঃ পেৰিৰপৰা জানিবলৈ পোৱা বিভিন্ন খবৰ তেওঁ মিঃ নাইট্‌লে আৰু এমাৰ আগত ব্যক্ত কৰিছিল। তেওঁলোকৰপৰা তেওঁ কি শুনিব পাৰে সেই সম্পৰ্কে তেওঁ কণমানো সচেতন নাছিল।

মিঃ নাইট্‌লে থকালৈকে এমাৰ মন আলোড়িত হৈ আছিল; কিন্তু তেওঁ যোৱাৰ পাছত তাই চিন্তাত বুৰ গ'ল। তাইৰ এই সুখময় চিন্তাৰ মাজতো তাইৰ ভাব হ'ল যে এই সুখ কাৰোবাৰ বাবে দুখো হ'ব পাৰে—তাইৰ দেউতাক আৰু হেৰিয়েটৰ বাবে! দেউতাকৰ প্ৰতি থকা দায়িত্বৰ প্ৰতি এমা সজাগ। তাই উপলব্ধি কৰিলে যে নাইট্‌লেৰ লগত তাইৰ বিয়া হ'লে দেউতাকে হতাশাত ভুগিব আৰু সেয়ে তেওঁ এই বিয়াৰ বাবে

আপত্তিও কৰিব পাৰে। অৱশ্যে এমাই নিজেও দেউতাকক এৰি যোৱাৰ কথাটো ভাবি উচুপি উঠিল। তেওঁ জীয়াই থকালৈকে হয়তো বিয়া ঠিক-ঠাক কৰিহে থ'ব লাগিব। হেৰিয়েটৰ বাবে কি কৰিব সেয়াহে তাইৰ বাবে কঠিন সিদ্ধান্ত হ'ল। কেনেদৰে তাইক এই অপ্ৰয়োজনীয় দুখৰপৰা আঁতৰাই ৰাখিব পাৰি তাই তাৰেই চিন্তা কৰিলে। এই ক্ষেত্ৰত তাই ইমান বিবুদ্ধিত পৰিল আৰু তাইক এনে হতাশাই আৱৰি ধৰিলে যে তাই হেৰিয়েটক কিছুদিন লগ নোপোৱাকৈ থাকিবলৈ ঠিক কৰিলে আৰু সকলো যোগাযোগ চিঠিৰ জৰিয়তে চলাই থাকিল। শেষত তাই ভাবি পালে যে হেৰিয়েটক কিছুদিন হাইবেৰিৰপৰা আঁতৰাই পঠিওৱাৰ আঁচনি কৰিলে। তাই ঠিক কৰিলে হেৰিয়েটক কিছুদিনৰ বাবে ব্ৰাঞ্চউইক স্ক'ৱেৰলৈ মাতি পঠাবলৈ ইজাবেলালৈ চিঠি লিখিব। ইজাবেলাই হেৰিয়েটক পাই ভাল পাব আৰু কেইসপ্তাহমান তাত কটাব পাৰিলে হেৰিয়েটো আনন্দিত হ'ব।

পাছদিনা ৰাতিপুৱা এমা সোনকালেই উঠি হেৰিয়েটলৈ চিঠিখন লিখিলে। ৰাতিপুৱাৰ আহাৰৰ বাবে মি° নাইট্‌লে পলমকৈ হাৰ্টফিল্ডত উপস্থিত হ'ল। তাৰ মাজতে আধা ঘণ্টাৰ বাবে এমা তেওঁৰ লগত আগদিনাৰ সন্ধিয়াৰ সেই সুখদায়ক স্মৃতি ৰোমন্থনৰ বাবে বাগিচাৰ সেই ঠাইলৈ গ'ল।

তেওঁ তাইক এৰি যোৱা বেছিপৰ হোৱাই নাছিল যে সেইখিনি সময়ত তাই আন কাৰোবাৰ বিষয়ে ভাবিব পাৰে। কিন্তু তেনেকুৱাতে ৰেণ্ডেলছৰপৰা তাইলৈ শকত চিঠি এখন আহিল। তাই অনুমান কৰিলে এইখন নিশ্চয় ফ্ৰেংক চাৰ্চিলৰপৰা মিছেছ ৱেষ্টনলৈ অহা চিঠিয়েই হ'ব। পেকেটটো খুলি তাই দেখিলে তাইৰ অনুমান সঁচা।

এমাই চিঠিখন পঢ়িলে। তাত ফ্ৰেংক চাৰ্চিলে মিছেছ ৱেষ্টনৰ ওচৰত তেওঁৰ দোষৰ বাবে ক্ষমা বিচাৰিছে আৰু জেন আৰু তেওঁ ৱেমাউথত কেনেদৰে লগা-লগি হৈছিল আৰু তাৰ পাছত কেনেকৈ দুয়ো বিয়াৰ ঠিক কৰিছিল আৰু সেই কথা গোপনে ৰাখিবলগীয়া হৈছিল তাৰ বিস্তৃত বিৱৰণ দিছিল। দুয়োৰে মাজত হোৱা গোপন চুক্তিৰ কথা মামীয়েকৰ ভয়ত গোপনে ৰাখিবলগীয়া হোৱাৰ কথা তেওঁৰ সদৰি কৰিছিল। তেওঁ এই কথাটোও স্বীকাৰ কৰিছিল যে মিছ উদহাউছৰ প্ৰতি তেওঁ অনুৰক্ত যেন দেখুৱাইছিল আৰু তেওঁৰ লগত স্ফূৰ্তি-তামাচা কৰিছিল, কিন্তু ফ্ৰেংক নিশ্চিত আছিল যে মিছ উদহাউছ তেওঁৰ প্ৰতি অকণমানো অনুৰক্ত হোৱা নাছিল। তেওঁৰ ধেমালি-ধুমুলা সকলো সহজভাৱেই গ্ৰহণ কৰিছিল। সম্ভৱতঃ তেওঁ ফ্ৰেংকৰ উদ্দেশ্য অনুমান কৰিব পাৰিছিল। চিঠিখনত তেওঁ এই কথাটো উল্লেখ কৰিছিল যে জেনৰ বাবে পিয়ানোফৰ্টখন তেৱেঁই পঠিয়াইছিল। আনহাতে ডনৱেল-এবেলৈ সকলো যোৱাৰ

দিনাখন তেওঁ অতিশয় হতাশ হৈ পৰিছিল। সিদিনা তেওঁৰ অহাত পলম হৈছিল। আহোঁতে বাটত ডনৱেল-এবেৰপৰা গুচি যোৱা জেনক লগ পাইছিল। আৰু তাইৰ লগত একেলগে যাবলৈ বিচাৰিছিল। কিন্তু জেনে তেওঁৰ লগত যাবলৈ অস্বীকাৰ কৰিছিল আৰু অকলে গুচি গৈছিল। সেয়েহে ডনৱেল-এবেলৈ আহি তেওঁ অস্থিৰ হৈ আছিল। তেওঁৰ প্ৰতি তাইৰ মৰমৰ ওপৰত তেওঁৰ সন্দেহ হৈছিল। সেয়ে পাছদিনা বক্সহিললৈ যোৱাৰ দিনাখন ইচ্ছাকৃতভাৱে তেওঁ এমাৰ লগত লগ লাগি আছিল, যেন তেওঁ এমাৰ প্ৰতিহে অনুৰক্ত, খোলাকৈ সেইটো বুজাবলৈ যত্ন কৰিছিল। জেন এই কথাত অতি হতাশ হৈছিল আৰু ফ্ৰেংকলৈ চিঠি লিখি সিহঁত দুয়োৰে মাজত যে কোনো সম্পৰ্ক নাই তাকে জনাইছিল। জেনৰ চিঠি পোৱাৰ দিনাখনেই তেওঁৰ মামীয়েক ঢুকাইছিল। সেয়ে খেলিমেলিতে তেওঁ জেনৰ চিঠিৰ উত্তৰ লিখিছিল যদিও পঠাবলৈ পাহৰি গৈছিল। পাছদিনা জেনে, ইতিমধ্যে ফ্ৰেংকলৈ লিখা সকলো চিঠি-পত্ৰ ডাকযোগে পঠাই দিছিল লগতে এই কথাও উল্লেখ কৰিছিল যে ফ্ৰেংকে তাইৰ আগৰ চিঠিৰ কোনো উত্তৰ নিদিলে যদিও তেওঁৰ ওচৰত থকা জেনৰ চিঠিপত্ৰখিনি যাতে এসপ্তাহৰ ভিতৰত হাইবেৰিলৈ পঠায় আৰু তাতকৈ পলম হ'লে ব্ৰিষ্টলৰ মিছেছ স্মলৰিড্‌জৰ ঠিকনাত পঠাই দিয়ে। কাৰণ, ইতিমধ্যে তাই মিছেছ স্মলৰিড্‌জৰ ঘৰত ধাত্ৰী হিচাবে মিছেছ এল্টনে ঠিক কৰি দিয়া কামটো গ্ৰহণ কৰিছিল। জেনৰ চিঠি পোৱাৰ পাছত তেওঁ কৰা ভুলটো অৰ্থাৎ চিঠিখন যে ডাকত দিয়া হোৱা নাই সেই তেওঁ কথা বুজিব পাৰিছিল। তেনে পৰিস্থিতিত সেই মুহূৰ্তত কি কৰিব ভাবি তেওঁ অস্থিৰ হৈছিল যদিও কৰিব পৰা এটা কামেই আছিল—মোমায়েকৰ লগত খোলাকৈ কথাটো পতা। কাৰণ তেওঁৰ অনুমতি অবিহনে সেয়া সম্ভৱ নাছিল। তেওঁ তাকে কৰিলে। পৰিস্থিতি তেওঁৰ সপক্ষে গ'ল। মোমায়েকৰ অনুমতি লৈ তেওঁ হাইবেৰিলৈ আহিল আৰু পোনে পোনে জেনক দেখা কৰিবলৈ গ'ল। তেতিয়া ৰাতিপুৱা আহাৰৰ সময় আছিল। তেওঁ তাইক অকলে লগ পালে আৰু সকলো কথা খোলাকৈ পাতিলে। দুয়োৰে মাজৰ ভুল বুজাবুজি আঁতৰ হ'ল আৰু পুনৰ মিলন হ'ল।

চিঠিৰ শেষত তেওঁ মিছেছ ৱেষ্টনলৈ তেওঁৰ প্ৰতি দেখুওৱা মৰমৰ বাবে ধন্যবাদ জনোৱাৰ লগতে জেন ফেয়াৰফেক্সৰ প্ৰতি আগ্ৰহ দেখুৱাব বুলি বিশ্বাস ৰাখি আগতীয়াকৈ শত সহস্ৰ ধন্যবাদ জনালে।

# অধ্যায় ৫১

ফেংকৰ চিঠিখন পঢ়ি যাওঁতে এমাৰ মন সলনি হ'ল। আৰু তেওঁক ক্ষমা কৰিবৰ বাবে বাধ্য হ'ল। চিঠিখনত তাইৰ বিষয়ে লিখা কথাখিনি পঢ়াৰ পাছত তাই অনুভৱ কৰিলে যে তাইৰ বিষয়ে লিখা সেই প্ৰতিটো শাৰীয়েই চিত্তাকৰ্ষক আৰু গ্ৰহণীয়। সেইখিনি পঢ়া শেষ হোৱাৰ পাছত ফ্ৰেংকৰ প্ৰতি তাইৰ হেৰোৱা শ্ৰদ্ধা তাই যেন আকৌ ঘূৰাই পালে। গোটেইখন পঢ়ি শেষ কৰাৰ পাছত তেওঁ ভুল নকৰা বুলি ভবাটো অসম্ভৱ আছিল যদিও তেওঁক তাই ভবাতকৈ কম দোষী যেন লাগিল। তাৰ বাবে তেওঁ মনোকষ্ট পাইছে আৰু দুঃখিত হৈছে। তেওঁ উল্লেখ কৰা মিছেছ ৱেষ্টনৰ প্ৰতি কৃতজ্ঞতা, জেন ফেয়াৰফেক্সৰ প্ৰতি দুৰ্নিবাৰ প্ৰেমৰ কথা পঢ়ি তাই সুখী হ'ল। তেওঁক লগ পালে আকৌ আগৰ নিচিনাকৈ আন্তৰিকতাৰে কৰমৰ্দন কৰিব পাৰিব বুলি এমা নিশ্চিত হ'ল।

চিঠিখনৰ বিষয় তাই ইমানকৈ ভাবিলে যে মিঃ নাইট্লে অহাত তেওঁ চিঠিখন পঢ়াটো বিচাৰিলে।

পঢ়িবলৈ তেওঁ ভালেই পালেহেঁতেন বুলি কোৱা মিঃ নাইট্লেই দীঘলীয়া চিঠিখন ঘৰলৈ নি ৰাতি পঢ়ি পাছদিনা ঘূৰাই দিব বুলি ক'লে। কিন্তু চিঠিখন এমাই সিদিনা সন্ধিয়াই মিঃ ৱেষ্টনৰ হাতত ওভতাই পঠিয়াব, গতিকে তেওঁ ঘৰলৈ নিব নোৱাৰিব। এমাৰ আগ্ৰহ দেখি তেওঁ চিঠিখন পঢ়িবলৈ ল'লে—আৰু মাজে মাজে তেওঁ মতামত দি গ'ল। অৱশ্যে তেওঁ এইটো কৰাত এমাই বেয়া পাব বুলি ভয় কৰিলে। এমাই অৱশ্যে সেইটোৱে বিচাৰে—তাই বেয়া নাপায় বুলি জনালে।

মিছ উদহাউছৰ কথাখিনি পোৱাত তেওঁ গোটেইখিনি ডাঙৰকৈ পঢ়িলে—তাইলৈ চাই, হাঁহি মাৰি, মূৰ জোকাৰি ক'লে, "বৰ বেয়া কথা—অতি বিপজ্জনক খেল।"

এমাই তেওঁক পঢ়ি যাবলৈ ক'লে। পঢ়া শেষ হোৱাত এমাই সুধিলে, "চিঠিখন পঢ়ি মই সন্তুষ্ট হোৱাৰ নিচিনাকৈ আপুনি সন্তুষ্ট হোৱা যেন লগা নাই। কিন্তু তথাপিও মই আশা কৰোঁ আপুনি সন্তুষ্ট হোৱা উচিত, তেওঁৰ ভালৰ বাবে ভবা উচিত।"

"এৰা, সেইটো হয়। তেওঁ বহুত ডাঙৰ ভুল কৰিছে—বিবেচনাহীনৰ দৰে কাম কৰিছে। কিন্তু তেওঁ সুখী হোৱাটোৱেই মই বিচাৰোঁ—যিটো তেওঁৰ প্ৰাপ্যতকৈ বেছি, যিহেতু তেওঁ মিছ ফেয়াৰফেক্সৰ লগত জড়িত হৈ আছে আৰু আশা কৰোঁ সোনকালেই তেওঁলোকৰ বিয়াখন পাতিব। তাইৰ সংগত থকাৰপৰা তেওঁৰ চৰিত্ৰৰ সংশোধন হ'ব, তেওঁ ধীৰ-স্থিৰ হ'ব বুলি বিশ্বাস কৰিবলৈ মই সাজু। পাছে, এতিয়া মই আন এটা কথাহে ক'ব খুজিছোঁ। মোৰ অন্তৰত এতিয়া আন এজনৰ আগ্ৰহৰ কথাৰে ভৰি

আছে, তেনেস্থলত মই আৰু ফ্ৰেংক চাৰ্চিলৰ বিষয়ে ভাবিব নোখোজোঁ। এমা, আজি ৰাতিপুৱা তোমাক এৰি যোৱাৰেপৰা মোৰ মনত এটা চিন্তাই চলি আছে।"

তেওঁ কথাটো উলিয়ালে। একেবাৰে পোনপটীয়া, ভদ্ৰলোকৰ নিচিনা কথা— তেওঁ ভাল পোৱা মানুহগৰাকীৰ, দেউতাকৰ মনত দুখ নিদিয়াকৈ বিয়াখন কেনেকৈ পতা যায়। এমাৰ উত্তৰ সাজু আছিল—"এমাই দেউতাকক এৰি যাব নোৱাৰে।" দেউতাকক এৰি যাব নোৱৰা কথাটো মি° নাইট্‌লেইও ভালদৰে বুজিছিল। কথাটো তেওঁ গভীৰভাৱে চিন্তা কৰিলে, তেওঁ প্ৰথমতে ভাবিলে মি° উদহাউছক এমাৰ লগতে ডনৱেললৈ লৈ যোৱা যাওক। এইটো সম্ভৱপৰ বুলি তেওঁৰ বিশ্বাস হ'ল; কিন্তু উদহাউছৰ বিষয়ে তেওঁ ভালদৰে জানে, এনেদৰে তেওঁক তালৈ লৈ যোৱাটো বিপদজনকো হ'ব পাৰে—আনকি, তেওঁৰ জীৱনৰ বাবেও বিপদজনক হ'ব পাৰে। নাই, তেওঁ ঠিক কৰিলে ইয়াৰ বাবে চেষ্টা নকৰাই ভাল। কিন্তু ইয়াৰ পাছত যি আঁচনি তেওঁ ভাবি পালে—সেই আঁচনিত এমাই আপত্তি নকৰিব বুলি তেওঁৰ বিশ্বাস। সেয়া আছিল তেওঁ দেখোন হাৰ্টফিল্ডতে থাকিবহি পাৰে!

মি° নাইট্‌লে ভবাৰ নিচিনাকৈ এমাইও সিহঁত সকলো ডনৱেল-এবেত থকাৰ কথাটো ভাবিছিল আৰু সেই আঁচনি প্ৰত্যাখ্যান কৰিছিল; কিন্তু তাৰ পৰিৱৰ্তে মি° নাইট্‌লেই ভবাৰ দৰে তেনে ভাব তাইৰ মনলৈ অহা নাছিল। এই কথাৰপৰা তাইলৈ তেওঁৰ মৰম কিমান সেই কথা প্ৰতীয়মান হ'ল। তাই অনুভৱ কৰিলে তেওঁৰ বাবে ডনৱেল এৰি অহাটো কিমান ডাঙৰ ত্যাগ হ'ব,—কাৰণ তেওঁ সকলো সময়তে তাইৰ দেউতাকৰ লগতে থাকিব লাগিব, তেওঁৰ নিজৰ কোনো ঘৰ নাথাকিব।... তাই কথাটো গভীৰভাৱে চিন্তা কৰি চাব বুলি তেওঁক কথা দিলে। মি° নাইট্‌লে কিন্তু সম্পূৰ্ণৰূপে প্ৰত্যয় গৈছিল যে এই ক্ষেত্ৰত তেওঁৰ ইচ্ছা বা তেওঁৰ মতামতৰ কোনো সলনি নহ'ব। বহু চিন্তা-ভাবনা কৰিহে তেওঁ এই সিদ্ধান্তত উপনীত হৈছে।

এমাই এইটো যথেষ্ট ভাল কথা বুলি ক'লে আৰু ভালদৰে চিন্তা কৰিব বুলি তেওঁক কথা দিলে।

এইটো উল্লেখযোগ্য যে এমাই আগতে ভবাৰ দৰে মি° নাইট্‌লেৰ বিয়াৰ ফলত তাইৰ ভাগিনিয়েক হেনৰিয়ে ডনৱেল-এবে হেৰুৱাব বুলি ভবা কথাটোৱে এতিয়া তাইক দুখ দিব পৰা নাছিল। মি° নাইট্‌লেই জেন ফেয়াৰফেক্স বা আন কাৰোবাক বিয়া কৰাব বুলি ভবা কথাটোৱে তাইৰ খং তোলাৰ প্ৰকৃত কাৰণটো উপলব্ধি কৰিব পাৰি তাই সলাজ হাঁহি এটা মাৰিলে।

# অধ্যায় ৫২

হেৰিয়েটক লগ নোপোৱাকৈ থাকিবলৈ পোৱাটো এমাৰ বাবে এটা ডাঙৰ সকাহ হ'ল। চিঠিৰে সিহঁতৰ যোগাযোগ চলি থাকিল। হেৰিয়েটৰ চিঠিবোৰৰপৰা এমাৰ এনে লাগিছিল যেন তাই বেয়া পাইছে। আৰু সেই কথাটোৱেই এমাক তাইৰপৰা দূৰত্ব বঢ়োৱাত সহায় কৰিলে।

ইজাবেলাৰপৰা হেৰিয়েটলৈ নিমন্ত্ৰণ অনাত একো অসুবিধা নহ'ল। কাৰণ, ইতিমধ্যে সেই নিমন্ত্ৰণৰ উপলক্ষ্য এটাও উপস্থিত হ'ল। হেৰিয়েটৰ দাঁতৰ বিষ হ'ল আৰু তাই কোনোবা এজন দাঁতৰ ডাক্তৰৰ স'তে কথাটো আলোচনা কৰিব বিচাৰিলে। ইজাবেলাই কথাটো জানিব পাৰি নিজৰ লগত ৰাখি মিং উইংফিল্ডৰ হতুৱাই পৰীক্ষা কৰাবলৈ বিচাৰিলে। এমাই হেৰিয়েটক কথাটো জনোৱাত হেৰিয়েট সন্মত হ'ল। ইজাবেলাই তাইক কমপক্ষেও একপষেকমানৰ বাবে নিমন্ত্ৰণ জনালে। সকলো ব্যৱস্থা হ'ল আৰু হেৰিয়েটে নিৰাপদে ব্ৰাঞ্চউইক স্ক'ৱেৰ পালেগৈ।

এমা সুখী হ'ল। এতিয়া তাই মিং নাইট্লেৰ সংগ আনন্দেৰে উপভোগ কৰিব পাৰিব, প্ৰকৃত আনন্দেৰে মনৰ কথা পাতিব পাৰিব আৰু শুনিব পাৰিব। অন্ততঃ এক পষেক মনৰ শান্তিৰে কটাব পাৰিব বুলি ভাবি তাই সকাহ পালে।

মনৰ আনন্দত, লগতে কৰ্তব্য বুলি ভাবি এমাই সোনকালেই আধা ঘণ্টামানৰ বাবে জেন ফেয়াৰফেক্সক দেখা কৰিবলৈ ঠিক কৰিলে।

তাই দেখা কৰিবলৈ গ'ল—কিন্তু এবাৰ পদূলিমুখৰপৰাই জেনক দেখা নকৰাকৈ তাই উভতি যাবলগীয়া হৈছিল, এইবাৰো যদি তাইক ওভতাই পঠায়! সেইবাবে তলত ৰৈ থাকি এমাই অহাৰ খবৰটো পঠালে। পেটিয়ে গৈ তাই অহা খবৰটো জনালে যদিও আগৰ নিচিনাকৈ আলহ-উদহকৈ মিছ বেট্ছ নামি অহাৰ কোনো উমান তাই নাপালে। নাই, মাথোন কোৱা শুনিলে "ওপৰলৈ আহিবলৈ কোৱা", আৰু এক মুহূৰ্তৰ পাছত উঠি যাবলৈ লওঁতে ছিৰিত নামি অহা মিছ ফেয়াৰফেক্সক তাই দেখা পালে। এমাই ইয়াৰ আগতে কেতিয়াও জেনক ইমান মৰম লগা, ইমান সাদৰী ৰূপত দেখা নাছিল। এমা অহাৰ বাবে তাই কিমান আনন্দিত হৈছে সেয়া শব্দেৰে প্ৰকাশ কৰিব নোৱৰা কথা বুলি জনাই যথেষ্ট আগ্ৰহেৰে জেনে এমাক স্বাগতম জনালে।

জেনৰ কথাই এমাক সন্তুষ্ট কৰিলে; আৰু কিবা এটা কোৱাৰ আগতে ভিতৰৰপৰা অহা মিছেছ এল্টনৰ মাত তাই শুনিবলৈ পালে। তাই জেনক অভিনন্দন জনাই কৰমৰ্দন কৰিলে।

মিছেছ বেট্‌ছ আৰু মিছেছ এল্টন একেলগে বহি আছিল। মিছ বেট্‌ছ ঘৰত নাছিল। আনন্দিত হৈ থকাৰ বাবে এমাই মিছেছ এল্টনক সহ্য কৰিব পাৰিলে।

মিছেছ এল্টননো কেলেই ইমান আনন্দিত হৈ আছে অলপ পাছতে সেই কথা এমাহ উপলব্ধি কৰিব পাৰিছে বুলি তাইৰ বিশ্বাস হ'ল। মিছ ফেয়াৰফেক্সৰ বিশ্বাস পোৱা আৰু তাইৰ গোপন কথা জনা, তাইৰ সংগী তথা পৰামৰ্শদাত্ৰী বুলি তেওঁ নিজকে কল্পনা কৰিছিল। মিছেছ এল্টনৰ কথা-বতৰা আৰু চেহেৰাত সেইটো ফুটি উঠাটো এমাই দেখা পালে।

মিছেছ এল্টনে মিছেছ বেট্‌ছ আৰু জেনৰ স'তে কিছু কথা পতাৰ পাছত মিছ উদহাউছৰ পিনে চাই ক'লে, "তোমাক দেখা পাই ভাল লাগিল, মিছ উদহাউছ, বক্সহিলৰ সেইদিনাৰ পাছত তোমাক লগ পোৱাই নাই। সিদিনা বেছ স্ফূৰ্তি হৈছিল। কিন্তু তথাপিও কিবা এটাৰ যেন অভাৱ মোৰ তেনে লাগিছিল। যি হওক, ভাল বতৰ এটাত আমি আকৌ এদিন তালৈ যাব পাৰোঁ—একেখিনি মানুহেই, কি কোৱা?"

তেনেকুৱাতে মিছ বেট্‌ছ সোমাই অহাত এমাই মিছেছ এল্টনৰ কথাৰ উত্তৰ কি দিব ঠিক কৰিব নোৱাৰিলে।

মিছ বেট্‌ছে এমাক ধন্যবাদ জনালে, মিং উদহাউছৰ খবৰ ল'লে, জেনৰ কথা ক'লে—মিং পেৰিৰ সহায়ত যে জেন সুস্থ হৈ উঠিছে ইত্যাদি ইত্যাদি। মিছেছ এল্টনো থকাত তেওঁ আনন্দিত হ'ল। মিছেছ এল্টনে জনালে যে তেওঁ মিং এল্টনৰ বাবেহে তাত ৰৈ আছে।

মিং এল্টন তেওঁলোকৰ খবৰ ল'বলৈ আহিব বুলি জানি মিছ বেট্‌ছ আনন্দিত হ'ল।

মিছেছ এল্টনৰ কথাৰপৰা এমাই জানিব পাৰিলে যে মিং এল্টন মিং নাইট্‌লেক লগ পাবলৈ যাব আৰু তাৰপৰা ইয়ালৈ আহিব।

মিং এল্টন আহি পোৱাত তেওঁৰ পত্নীয়ে আলহ-উদহকৈ তেওঁক সম্ভাষণ জনালে আৰু তেওঁ যে কিমান বাধ্য পত্নী সেয়া ব্যাখ্যা কৰিবলৈ গ'ল। কিন্তু মিং এল্টনৰ তেওঁৰ পত্নীৰ বুদ্ধিদীপ্ত উক্তি শুনাৰ ধৈৰ্য্য নাছিল। তেওঁৰ যথেষ্ট গৰম লাগিছিল আৰু খোজ কাঢ়ি আহিব লগা হোৱাত তেওঁ ভাগৰি পৰিছিল। কাৰণ, ডনৱেললৈ গৈ তেওঁ মিং নাইট্‌লেক লগ পোৱা নাছিল। মিং নাইট্‌লে ঘৰত নাছিল, ক'লৈ গৈছে, কেতিয়া উভতিব কাকো একো কৈয়ো যোৱা নাই। সম্ভৱ হাৰ্টফিল্ডলৈ গৈছে, নহ'লেবা এবে-মিললৈ—

"মিছ উদহাউছ, এই আচৰণতো আমাৰ বন্ধু মিঃ নাইট্‌লেৰ নহয়! এই বিষয়ে আপুনি কিবা ক'ব পাৰিব নেকি?"

মিঃ এল্টনৰ কথাত আমোদ পোৱা এমাই অৱশ্যে এইটো ব্যতক্রমধর্মী কথা হৈছে বুলি কোৱাৰ লগতে এই বিষয়ে তাই একো নাজানে বুলি জনালে।

মিঃ আৰু মিছেছ এল্টনে মিঃ নাইট্‌লেৰ এই কাৰ্য্যৰ সমালোচনা কৰি থাকিল। এমাই এতিয়া ঘৰলৈ যোৱাটোৱেই উচিত হ'ব বুলি ভাবিলে। তাই যাবলৈ ওলোৱাত মিছ ফেয়াৰফেক্স তাইৰ লগত কোঠাৰপৰা ওলাই আহিল।

জেন তললৈ নামি অহাত সুযোগ পাই এমাই ক'লে, "ভালেই হ'ল তুমি নামি আহিলা, তোমাক আন বন্ধুবোৰে আৱৰি নথকা হ'লে মই তোমাৰ আগত বেলেগ এটা কথা পাতিলোঁহেঁতেন। অপ্রাসংগিক হ'ব বুলি সেই বিষয়ে মই একো নুলিয়ালোঁ।"

লাজত ৰঙা পৰি উঠা জেনে ক'লে, "এতিয়া আৰু কোনো বিপদ নাই। তুমি যে মোৰ কথাটোত আগ্রহ দেখুৱাইছা, মিছ উদহাউছ, তাৰ বাবে মই কৃতজ্ঞ—আচলতে মই ভুলকৈ পৰিচালিত হৈছিলোঁ—যিসকল বন্ধুৰ মতামত মোৰ বাবে মূল্যৱান, তেনে বন্ধুবোৰক মই বুজি পোৱা নাছিলোঁ। তাৰ বাবে মই ক্ষমা বিচাৰিছোঁ। তুমি যদি মোক ক্ষমা কৰি বন্ধু বুলি ভাবা—"

"আস্, তুমি মোক ক্ষমা খোজাৰ কোনো প্রয়োজন নাই। যিসকলৰ ওচৰত তুমি ক্ষমা খুজিব লাগে বুলি ভাবিছা, তেওঁলোকক তুমি ইমান সুন্দৰকৈ সন্তুষ্ট কৰিছা; সকলো আনন্দিত—," এমাই ক'লে।

"তুমি বৰ মৰমিয়াল, কিন্তু মই জানো মই তোমাৰ প্ৰতি যি অশোভনীয় আচৰণ কৰিছোঁ তাৰে মই নিশ্চয় তোমাক বিৰক্ত কৰিছোঁ।"

"সেই বিষয়ে আৰু একো নক'বা। মই ভাবোঁ মইহে তোমাৰ ওচৰত ক্ষমা খুজিব লাগে। ঠিক আছে—আমি দুয়ো দুয়োকে ক্ষমা কৰিলোঁ।... আশাকৰোঁ তুমি উইগুছৰৰপৰা নিশ্চয় ভাল খবৰ পাইছা।"

"হয় পাইছোঁ," জেনে ক'লে।

"আৰু ইয়াৰ পাছৰ খবৰটো চাগে আমি তোমাক হেৰুৱাবলগীয়া দিনটোৰ খবৰ হ'ব—তোমাক জানিবলৈ আৰম্ভ কৰিছিলোঁহে।"

"সেই বিষয়ে অৱশ্যে এতিয়াও একো ভবা হোৱা নাই। কৰ্নেল আৰু মিছেছ কেম্পবেল নহালৈকে মই ইয়াতে আছোঁ।"

"একো ঠিক-ঠাক হোৱা নাই যদিও, এই বিষয়ে ভবা হৈছে নিশ্চয়, সোধাৰ বাবে ক্ষমা কৰিবা," হাঁহি মাৰি এমাই ক'লে।

এমাৰ কথাত মিচিকিয়াই জেনে ক'লে, "তুমি ঠিকেই কৈছা। কথাটো ভাবিছোঁ। তেওঁৰ সেই গভীৰ শোক পাতলিবলৈ অন্ততঃ তিনিমাহ লাগিব। আৰু তাৰ পাছত মই ভাবোঁ বাট চোৱাৰ কোনো কাৰণ নাথাকিব।"

"ধন্যবাদ। মই এই কথাটোকেই তোমাৰপৰা জানিব বিচাৰিছিলোঁ। সকলো ঠিক-ঠাক হৈছে বুলি জানিব পাৰি মই যে কিমান সুখী হৈছোঁ।"

## অধ্যায় ৫৩

মিছেছ ৱেষ্টন নিৰাপদে এটি সন্তানৰ মাক হোৱা কথাটোৱে তেওঁৰ বন্ধুমহলক সুখী কৰিলে। ছোৱালী এজনী জন্মা কথাটোৱে এমাক বিশেষকৈ আনন্দিত কৰিলে।

"তেওঁৰ সুবিধা এটা আছে, আপুনি জানেই তেওঁ মোক ডাঙৰ কৰাৰ অভিজ্ঞতা আছে," এমাই মিঃ নাইট্‌লেক ক'লে।

"ঠিকেইতো," মিঃ নাইট্‌লেই উত্তৰ দিলে, "তেওঁ এতিয়া অকণমানীজনীক তোমাক দিয়াতকৈও বেছি প্ৰশ্ৰয় দিব আৰু হয়তো তেওঁ তোমাক দিয়াৰ নিচিনাকৈ তাইক প্ৰশ্ৰয় নিদিবও পাৰে—এইটোৱে একমাত্ৰ পাৰ্থক্য হ'ব।"

"বেচেৰীজনী! তাইৰ যে কি হ'ব।"

"একো বেয়া নহ'ব! কেঁচুৱাকালৰ তাইৰ ভুলবোৰ ডাঙৰ হৈ অহাৰ লগে লগে শুধৰাব পাৰিব। অতিপাত মৰম পাই বেয়া হোৱা ল'ৰাছোৱালীবোৰৰ প্ৰতি মোৰ মনোভাব সলনি হৈছে, মোৰ মৰমৰ এমা, কিয়নো মই তেওঁলোকৰ প্ৰতি যদি কঠোৰ হওঁ তেন্তে তোমাৰ প্ৰতি অন্যায় কৰা নহ'ব জানো?"

এমাই হাঁহি মাৰি উত্তৰ দিলে, "কিন্তু আন মানুহক প্ৰশ্ৰয় দিয়াৰ বাধা মই আপোনাৰ চেষ্টাতহে পাৰিছোঁ। মোৰ সন্দেহ আছে, আপোনাৰ সহায় নহ'লে মই নিজকে শুধৰাব পাৰিলোঁহেঁতেন নে নাই!"

"হয়নে? মোৰ কিন্তু সন্দেহ নাই। প্ৰকৃতিয়ে তোমাক জ্ঞান দিছে, মিছ টেইলৰে

তোমাক সংস্কাৰ দিছে। মোৰ হস্তক্ষেপে যিমান ভাল কৰিছে সিমান অপকাৰ কৰিলেহেঁতেন। মই তোমাৰ কিবা উপকাৰ কৰিছোঁ বুলি মোৰ বিশ্বাস নহয়। সেই উপকাৰখিনি মোৰ নিজলৈ হৈছে। তোমাৰ দোষ-গুণবোৰৰ কথা নভবাকৈ তোমাৰ কথা ভবাটো অসম্ভৱ, আৰু সকলো দোষ-গুণৰ সমষ্টি এমাজনীৰ প্ৰতিয়েই মই অনুৰক্ত হৈছিলোঁ—যেতিয়া তাই তেৰ বছৰীয়া আছিল তেতিয়াৰপৰাই।"

"মই জানো আপুনি মোৰ কাম-কাজত অভ্যস্ত হৈ পৰিছিল। মই প্ৰায়ে মোৰ নিজতকৈ আপোনাৰদ্বাৰাহে প্ৰভাৱান্বিত হৈছিলোঁ। আপুনি মোৰ ভালেই কৰিছে বুলি মই নিশ্চিত." এমাই ক'লে।

"তুমি সৰুৰেপৰাই মোক মিঃ নাইট্‌লে বুলি মাতিছিলা, এতিয়া বাৰু তুমি মোক জৰ্জ বুলি মাতিব পাৰিবানে?"

"অসম্ভৱ! মই আপোনাক মিঃ নাইট্‌লেৰ বাহিৰে আন একো নামেৰে মাতিব নোৱাৰোঁ। মই মিছেছ এল্টনৰ নিচিনাকৈ আপোনাক মিঃ কে. বুলিও মাতিব নোৱাৰোঁ। কিন্তু মই কথা দিছোঁ—" লাজত ৰঙা পৰা এমাই হাঁহি মাৰি ক'লে, "মই কথা দিছোঁ—এবাৰ হ'লেও মই আপোনাক জৰ্জ নামেৰে মাতিম। কেতিয়া নকওঁ, আপুনি অনুমান কৰিব পাৰিব ক'ত।"

হেৰিয়েটৰ কথাই এমাক দুখ দি আছে। তাই মিঃ নাইট্‌লেৰ লগত কথাটো পাতিবও পৰা নাই। কাচিৎহে সিহঁতৰ কথাৰ মাজত হেৰিয়েটৰ কথা ওলায়।

এমাই আশা কৰাৰ দৰেই ইজাবেলাই হেৰিয়েট সম্বন্ধে ভালদৰেই লিখিছিল। প্ৰথম গৈ পাওঁতে তাইক উৎসাহহীনা যেন লাগিছিল যদিও দাঁতৰ ডাক্তৰক দেখুওৱা আদি সকলোখিনি হৈ যোৱাৰ পাছত ইজাবেলাৰ হেৰিয়েটক আগতে লগ পোৱা হেৰিয়েটজনী যেনেই লাগিছিল। হেৰিয়েট তাত আৰু কিছুদিন থাকিব লাগিব বুলি জানিব পাৰি এমা সুখী হ'ল। এপযেকৰ বাবে যোৱা হেৰিয়েট অন্ততঃ এমাহ থাকিব লাগিব। কাৰণ মিঃ আৰু মিছেছ জন নাইট্‌লে আগষ্ট মাহত আহোঁতেহে তাইক লৈ আহিব।

"জনে তেওঁৰ চিঠিত তোমাৰ বান্ধৱীৰ কথা একোকে উল্লেখ কৰা নাই। এইখন জনৰ চিঠি; তুমি ইচ্ছা কৰিলে পঢ়িব পাৰা," মিঃ নাইট্‌লেই চিঠিখন এমালৈ আগ বঢ়াই দিলে। সেইখন আছিল তেওঁ বিয়া পাতিবৰ ইচ্ছা কৰাৰ কথা জনাই জনলৈ লিখা চিঠিৰ উত্তৰ। এমাই আগ্ৰহেৰে চিঠিখন হাত পাতি ল'লে। ভায়েকেনো কি লিখিছে সেয়া জানিবৰ বাবে তাই একপ্ৰকাৰ অধৈৰ্য্যই হৈ পৰিছিল।

"তেওঁ জ্ঞানী মানুহ এজনৰ দৰেই লিখিছে, মই তেওঁৰ আন্তৰিকতাক সন্মান

কৰোঁ। তেওঁ এইটো মোৰ সৌভাগ্য বুলি কৈছে। কিন্তু আপুনি মোক আপোনাৰ মৰমৰ যোগ্য বুলি ভবাৰ দৰে তেওঁ হয়তো ভবা নাই।”

“আস্ এমা, তেওঁ সেইটো অৰ্থ কৰা নাই—মই আশা কৰোঁ তোমাৰ দেউতাৰায়ো জনৰ নিচিনাকৈ সহজে যাতে প্ৰত্যয় যায় আৰু আমাক বিয়াৰ বাবে অনুমতি দিয়ে। চোৱাচোন, জনৰ চিঠিখনৰ এই কথাখিনিয়ে মোক আমোদ দিছে—তুমি বাৰু মন কৰিছানে? তেওঁ লিখিছে যে মোৰপৰা পোৱা খবৰটোৱে তেওঁক সম্পূৰ্ণৰূপে আচৰিত কৰিব পৰা নাই, বৰং তেনেকুৱা কথা এটা শুনিব পাব বুলি আশা কৰিয়ে আছিল।”

“যদি মই আপোনাৰ ভায়েকক বুজি পাইছোঁ, তেন্তে তেওঁ বিয়াৰ খবৰৰ কথাটোহে কৈছে। তেওঁৰ নিশ্চয় বিয়াৰ পাত্ৰীজনী মই হ’ব বুলি কোনো ধাৰণা নাছিল। সেই কথাটোৰ বাবে তেওঁ সম্পূৰ্ণ সাজু নহয় যেন লাগিছে।”

“সেইটো হয়—কিন্তু মই ভাবি আমোদ পাইছোঁ যে তেওঁ মোৰ ভাবনা বুজিব পাৰিছিল,” মিঃ নাইট্‌লেই ক’লে।

এই খবৰটো প্ৰচাৰিত হোৱাৰ সময় পালেহি। মিছেছ ৱেষ্টন মিঃ উদহাউছৰ ঘৰলৈ দেখা কৰিবলৈ আহিব পৰা হোৱাত এমাই সেইটোৱে উপযুক্ত সময় বুলি ভাবিলে। প্ৰথমতে ঘৰত আৰু তাৰ পাছত ৰেণ্ডেল্‌ছত তাই কথাটো ক’বলৈ সিদ্ধান্ত কৰিলে। কিন্তু দেউতাকৰ আগত কয় কেনেকৈ? মিঃ নাইট্‌লে উপস্থিত নথকা সময়তে তাই দেউতাকক কথাটো কোৱাৰ কথা ভাবিলে। কিন্তু সময়ত তাই কথাটো ক’ব নোৱাৰিলে; তেনেকুৱা সময়তে মিঃ নাইট্‌লে আহিলত তেওঁ তাইক কথাটো ক’বলৈ জোৰ কৰিলে। তাইক তেওঁ কথাটো দুখ মনেৰে নকৈ আনন্দমনেৰে ক’বলৈ ক’লে।

উৎসাহেৰে সৈতে আচৰিত কথা এটা শুনিবৰ বাবে তাই দেউতাকক সাজু কৰিলে আৰু কম কথাৰে তাই দেউতাকক ক’লে যে—যদি তেওঁ সম্মতি দিয়ে, আৰু তাই বিশ্বাস কৰে তেওঁৰ অনুমতি পোৱাত অসুবিধা নহ’ব, যিহেতু এইটো সকলোৰে সুখৰ কথা ভাবি কৰা আঁচনি—তাই আৰু মিঃ নাইট্‌লেই বিয়া পাতিব খোজে। যাৰ ফলত হাৰ্টফিল্ড পৰিয়ালত আন এখন মানুহৰ সংগ সকলো সময়তে পোৱা যাব। যিজনক তাইৰ দেউতাকে তেওঁৰ জীয়েকহঁত আৰু মিছেছ ৱেষ্টনৰ পাছত আটাইতকৈ ভাল পায়।

বেচেৰা মিঃ উদহাউছ! এইটো তেওঁৰ বাবে প্ৰচণ্ড আঘাত আছিল। নানান পৰামৰ্শেৰে তেওঁ এমাৰ মন ঘূৰাবলৈ যথাসাধ্যে চেষ্টা কৰিলে। তাই সদায়

অকলশৰীয়া হৈ থাকিব—ইজাবেলা আৰু মিছ টেইলৰৰ নিচিনাকৈ বিয়াত নবহে বুলি কথা দিছিল, কিন্তু সেয়া নহ'ল।

এমাই মৰমেৰে দেউতাকক সাবটি ধৰি হাঁহি হাঁহি ক'লে যে তাই ইজাবেলা অথবা মিছেছ ৱেষ্টনৰ নিচিনা নিশ্চয় নহয়। কাৰণ তেওঁলোকৰ বিয়াই তেওঁলোকক হাৰ্টফিল্ডৰপৰা আঁতৰাই নিছে। কিন্তু তাইতো হাৰ্টফিল্ডৰপৰা নাযায়। তাই সদায় ইয়াতে থাকিব। আৰু তাই জানে যে দেউতাকে মিঃ নাইট্‌লেক সদায় ওচৰত পাই অতিকৈ আনন্দিত হ'ব। তেওঁ যে মিঃ নাইট্‌লেক ভাল পায় সেই কথাটো অস্বীকাৰ কৰিব নোৱাৰে। তেওঁৰ ব্যৱসায়ৰ কাম-কাজৰ আলোচনা কৰা, তেওঁৰ প্ৰয়োজনীয় চিঠিপত্ৰ লিখা সকলো কামতেইতো মিঃ নাইট্‌লেই আগ্ৰহেৰে সহায় কৰে। অতিকৈ স্ফূৰ্তিবাজ, তেওঁৰ প্ৰতি আগ্ৰহী, তেওঁৰ সকলো সময়ৰ লগৰীয়া আৰুনো কোন আছে?

মিঃ উদহাউছে সোনকালে কোনো মীমাংসা কৰিব নোৱাৰিলে, কিন্তু প্ৰাথমিক জোকাৰণিটো লাহে লাহে আঁতৰ হোৱাত আৰু বাৰে বাৰে একেটা কথাকে শুনি থকাৰ পাছত তেওঁৰ মন কুমলিল। ইজাবেলাই চিঠিৰ জৰিয়তে জনোৱা সবল যুক্তিপূৰ্ণ অনুমতি আৰু মিছেছ ৱেষ্টনে এইটো অতিকৈ আদৰণীয় বুলি মতামত দিয়াত, মিঃ উদহাউছৰ সম্মতি পোৱাত সহায় হ'ল। অৱশ্যে তেওঁ দুই বা তিনি বছৰৰ পাছতহে বিয়াখন হোৱাটো বেয়া নহ'ব বুলি ভাবিলে।

খবৰটো যেতিয়া বিয়পি পৰিল—স্বাভাৱিকতে সকলো আচৰিত হ'ল। অৱশ্যে সকলোৱে এইটো উপযুক্ত যোৰা বুলিয়ে শলাগিলে। কোনোবাই তেওঁৰ ভাগ্য ভাল বুলি ক'লে, কোনোবাই এমাৰ ভাগ্য ভাল বুলিলে। কোনোবাই যদি মিঃ নাইট্‌লে ডনৱেলৰপৰা হাৰ্টফিল্ডলৈ অহাৰ কথাটো শলাগিল, কোনোবাই আকৌ তাৰ বিপৰীতে ক'লে। কিন্তু তথাপিও এই বিয়াখনত একমাত্ৰ এটা পৰিয়ালৰ বাহিৰে কাৰো আপত্তিৰ কথা নোলাল—সেই পৰিয়ালটো হ'ল গিৰ্জাৰ পুৰোহিত মিঃ আৰু মিছেছ এল্টনৰ। মিঃ এল্টনে অৱশ্যে এই বিষয়ে একো ভবা নাছিল, কিন্তু তেওঁৰ পত্নীয়ে এই বিয়াৰ কথাটো 'বেচেৰা নাইট্‌লেৰ বাবে অতি দুঃখজনক' কথা বুলি অভিহিত কৰিলে।




"এমা, তোমাক কথা এটা ক'বলৈ আছে। এটা খবৰ।"

# অধ্যায় ৫৪

সময় আগ বাঢ়িল। আৰু কিছুদিনৰ পাছতে লণ্ডনৰপৰা সকলো আহি পোৱাৰ কথা। সেইবোৰকে ভাবি এদিন ৰাতিপুৱা এমা বহি আছিল। তেনেকুৱাতে মিঃ নাইট্‌লে সোমাই অহাত এমাই চিন্তা-ভাবনাবোৰ একাষৰীয়াকৈ থৈ কুশল-বাৰ্তা বিনিময় কৰিলে।

অলপ সময় নিৰৱে বহি থকাৰ পাছত কিছু গহীন হৈ মিঃ নাইট্‌লেই ক'লে, "এমা, তোমাক কথা এটা ক'বলৈ আছে। এটা খবৰ।"

"ভালনে বেয়া?" তৎক্ষণাত তেওঁলৈ চাই এমাই সুধিলে।

"মই নাজানো কি বুলি কোৱা উচিত।"

"ভালেই নিশ্চয়! আপোনাৰ মুখ চায়েই ক'ব পাৰিছোঁ। আপুনি নাহাঁহিবলৈ চেষ্টা কৰিছে।"

"মোৰ ভয় লাগিছে। মোৰ সঁচাকৈ ভয় লাগিছে, এমা। মোৰ মৰমৰ এমা, মই জানো কথাটো শুনি তুমি নাহাঁহা।"

"কিয় তেনেকৈ কৈছে? আপোনাক আনন্দ দিয়া কথা এটাই মোক আনন্দ বা আমোদ নিদিব বুলি মই কল্পনা কৰিব নোৱাৰোঁ।"

"তথাপিও এটা বিষয় আছে, যিটোত আমি দুয়ো একমত নহয়।" তেওঁ এখন্তেক ৰ'ল আৰু তাৰ পাছত হাঁহি মাৰি ক'লে, "তোমাৰ একো মনলৈ অহা নাইনে?—হেৰিয়েট স্মিথ।"

হেৰিয়েটৰ নাম লোৱাৰ লগে লগে এমা ৰঙা পৰি উঠিল, আৰু তাইৰ ভয় লাগিল। কিন্তু, কিয় তাইৰ ভয় লাগিল তাই বুজি নাপালে।

"আপুনি আজি ৰাতিপুৱা তাইৰপৰা কিবা খবৰ পাইছে নেকি? নিশ্চয় পাইছে, আপুনি সকলো খবৰ জানে চাগে।"

"নাই, মই একো নাজানো।"

"অনুগ্ৰহ কৰি কওকচোন কি কথা।"

"তুমি বেয়া খবৰ পাবলৈহে সাজু হৈছাচোন। বৰ বেয়া কথা। হেৰিয়েট স্মিথক ৰবাৰ্ট মাৰ্টিনে বিয়া কৰাব।"

এমা উচাপ খাই উঠাত বুজা গ'ল যে তাই ইয়াৰ বাবে সাজু নাছিল। তাইৰ চকুৰ চাৱনি তাইৰ ব্যগ্ৰতাই 'এয়া অসম্ভৱ' বুলি প্ৰকাশ কৰিছিল যদিও, মুখেৰে তাই একো প্ৰকাশ নকৰিলে।

"এইটোৱেই সঁচা কথা! মই আজি ৰবাৰ্ট মাৰ্টিনৰপৰা এই কথা জানিব পাৰিছোঁ। আধা ঘণ্টামান আগতে মই তেওঁক লগ পাইছোঁ।"

তেতিয়াও আচৰিত হৈ তেওঁলৈ চাই থকা এমাই সুধিলে, "তাৰ মানে আপুনি ক'ব খুজিছে যে ৰবাৰ্ট মাৰ্টিনে হেৰিয়েটক পুনৰ প্ৰস্তাৱ দিবলৈ বিচাৰে?"

"নহয়, মই কৈছোঁ—তেওঁ ইতিমধ্যে প্ৰস্তাৱ দিলে আৰু হেৰিয়েটে সেই প্ৰস্তাৱ গ্ৰহণ কৰিছে," হাঁহি মাৰি অথচ স্থিৰ সিদ্ধান্তেৰে মি০ নাইট্‌লেই উত্তৰ দিলে।

"হে ভগৱান! ... বাৰু, মোক সকলোখিনি কথা কওকচোন—ক'ত, কেনেকৈ, কেতিয়া এয়া সম্ভৱ হ'ল। মই ইয়াৰ আগতে কেতিয়াও ইমান আচৰিত হোৱা নাছিলোঁ—কিন্তু এই কথাটোৱে মোক অসুখী কৰা নাই; মই আপোনাক কথা দিছোঁ। মাথোন কওক কেনেকৈ সম্ভৱ হ'ল," এমাই ক'লে।

"এইটো তেনেই সাধাৰণ কাহিনী। তিনিদিনৰ আগতে তেওঁ লণ্ডনলৈ গৈছিল, মোৰ ব্যৱসায়ৰ কাগজ-পত্ৰ অলপ জনলৈ পঠিয়াবলৈ আছিল। সেয়া মই তেওঁৰ হাততে পঠাই দিছিলোঁ। জনৰ চেম্বাৰতে সেয়া দি আহিছিল যদিও জনে সিদিনাৰ নিশাৰ পাৰ্টিলৈ তেওঁক নিমন্ত্ৰণ জনালে। জন, ইজাবেলাই তেওঁলোকৰ ল'ৰা হেনৰি আৰু জনৰ লগত মিছ স্মিথকো লৈ গৈছিল। মোৰ বন্ধু ৰবাৰ্ট মাৰ্টিনো গ'ল তেওঁলোকৰ লগত। পাছদিনাখন জনে তেওঁৰ ঘৰলৈ ৰবাৰ্টক নিশাৰ আহাৰৰ বাবে নিমন্ত্ৰণ জনালে। আৰু মই ভাবোঁ সিদিনাখনেই সেই সুবিধাতে চাগে তেওঁ হেৰিয়েটক প্ৰস্তাৱ দিলে। হেৰিয়েটে সেই প্ৰস্তাৱ গ্ৰহণ কৰি তেওঁৰ প্ৰাপ্য আনন্দ দিলে। যোৱাকালি তেওঁ লণ্ডনৰপৰা আহিছে। আৰু আজি ৰাতিপুৱা মোৰ ওচৰলৈ আহি সকলো কথা জনালে। এইখিনিয়ে তোমাক ক'ব পৰাকৈ মই জনা কথা। তুমি যেতিয়া তোমাৰ বান্ধৱীক লগ পাবা, তেওঁ তোমাক সম্পূৰ্ণ ইতিহাস শুনাব পাৰিব।"

মি০ নাইট্‌লে ৰ'ল যদিও এমাই তৎক্ষণাৎ কোনো উত্তৰ দিয়াৰ সাহস নকৰিলে। তাই কথা ক'বলৈ গ'লেই তাই যে সুখী হৈছে সেইটো ওলাই পৰিব। তাই মনে মনে থকাই ভাল, নহ'লে তেওঁ তাইক বলিয়া বুলি ভাবিব। এমাক নিৰৱে ৰোৱা দেখি তেওঁ একপ্ৰকাৰ বিমোৰত পৰিল; অকণমান সময় তাইলৈ লক্ষ্য কৰি তেওঁ ক'লে, "এমা, মোৰ মৰমৰ এমা, তুমিতো কৈছিলা এই পৰিস্থিতিয়ে তোমাক দুখী কৰিব নোৱাৰে; কিন্তু মোৰ ভয় হৈছে তুমি দুখ পাইছা। মি০ মাৰ্টিন সঁচাকৈয়ে ভাল মানুহ। তোমাৰ বান্ধৱী ভাল মানুহৰ হাতত পৰাটো তুমি নিবিচাৰা জানো?"

তেওঁৰ কথা শুনি হাঁহি মাৰি এমাই উত্তৰ দিলে, "মই তেওঁলোকৰ কথা ভাবি দুখী হৈছোঁ বুলি আপুনি মোক সান্ত্বনা দিব নালাগে। মই ভাবোঁ হেৰিয়েটে বৰ ভাল

কাম কৰিছে। মই মাথোন আচৰিত—অতিকৈ আচৰিত হৈহে নিৰৱে আছোঁ। আপুনি কল্পনা কৰিব নোৱাৰিব—মোৰ বাবে এই খবৰ কিমান অভাৱনীয়।"

ৰবাৰ্ট মাৰ্টিনৰ লগত হেৰিয়েটৰ বিয়া ঠিক হোৱাত এমা সুখী হ'ল। এতিয়া আৰু তাই মিঃ নাইট্‌লেৰপৰা একো কথা গোপন কৰাৰ প্ৰয়োজন নাই। ৰবাৰ্ট মাৰ্টিন সম্পৰ্কে দিয়া মতামত ক্ষেত্ৰত এমাৰ পৰিৱৰ্তন দেখি মিঃ নাইট্‌লে আচৰিত হ'ল। এমাই স্বীকাৰ কৰিলে যে আচলতে তাই মিঃ মাৰ্টিন সম্পৰ্কত যি ধাৰণা কৰিছিল সেয়া ভুল আছিল। সেই সময়ত তাই মূৰ্খ আছিল। মিঃ নাইট্‌লেই অনুভৱ কৰিলে যে হেৰিয়েট মিঃ মাৰ্টিনৰ বাবে এগৰাকী উপযুক্ত পত্নী হ'ব আৰু ইয়াৰ বাবে তাই এমাক নিশ্চয় ধন্যবাদ জনাব। এমাই অৱশ্যে এই প্ৰশংসা পোৱাৰ পাছত লজ্জিত আৰু দোষী হে অনুভৱ কৰিলে। কাৰণ এমাই জানে এই মূৰ্খামিৰ বাবে তায়েহে হেৰিয়েটক উৎসাহিত কৰিছিল। দেউতাক সোমাই অহাত তেওঁলোকৰ কথা-বতৰা বন্ধ হ'ল। তাই বেয়া নাপালে। তাইৰ অলপ অকলশৰীয়াকৈ থাকিবৰ মন গৈছিল। কমোৱা তুলাৰ দৰে হৈ পৰা মনটোৰে তাই যেন উৰি ফুৰিব, নাচিব, গান গাব, চিঞৰিব, হাঁহিব—তাইৰ তেনে লাগিছিল।

ইমানদিনে হেৰিয়েটৰ বাবে নিজকে দোষী বুলি ভাবি থকা এমাৰ মনটো বহুত পাতল লাগিল। এতিয়া হেৰিয়েট উভতি আহিলেহে তাই আনন্দিত হ'ব। ৰবাৰ্ট মাৰ্টিনৰ বিষয়ে জানিবলৈ পালেও তাই অতিশয় আনন্দিত হ'ব।

মনৰ আনন্দ আৰু উৎসাহেৰে এমা দেউতাকৰ লগত বেগুেল্‌ছলৈ ওলাই আহিল। বহা কোঠাত মিছেছ ৱেষ্টন অকলে আহিল। কেঁচুৱাটোৰ খবৰ লোৱাৰ পাছত, মিছেছ ৱেষ্টনে মিঃ উদহাউছক অহাৰ বাবে ধন্যবাদ জনালে। তেনেকুৱাতে খিৰিকিৰে কোনোবা দুজন পাৰ হৈ যোৱা দেখা গ'ল।

মিছেছ ৱেষ্টনৰপৰা তেওঁলোকে জানিব পাৰিলে যে হঠাতে ফ্ৰেংক আহি ওলোৱাত দিনটো তেওঁলোকৰ লগত কটাবৰ বাবে মিছ ফেয়াৰফেক্সক মাতি পঠাইছে। তেওঁলোক কোঠাত সোমালহি। এমাই ফ্ৰেংকক দেখা পাই অতি আনন্দিত হ'ল। ফ্ৰেংক আৰু এমা দুয়োৰে ফালৰপৰা 'কিছুমান লজ্জাজনক স্মৃতি'য়ে আমনি কৰিলে যদিও দুয়ো দুয়োকে লগ পাই আনন্দিত হ'ল।

কিছু অপ্ৰস্তুত হৈ থকাৰ পাছত, ফ্ৰেংক আকৌ আগৰ নিচিনা হৈ পৰিল আৰু পুৰণি কথাবোৰ মনত পেলাই হাঁহিবলৈ ধৰিলে। লগতে সেই কথাবোৰ কৈ এমা আৰু জেনক জোকাবলৈ ধৰিলে। এমাই উপলব্ধি কৰিলে যে ফ্ৰেংক তাইৰ নিচিনাই—দুয়োৰে মাজত যথেষ্ট সাদৃশ্য আছে আৰু সিহঁত দুয়োৰে জীৱন লগৰী সিহঁততকৈ বহুত উচ্চ

খাপৰ। তাই অৱশ্যে মন কৰিলে ফ্ৰেংকতকৈ মিঃ নাইট্‌লে সকলো ফালৰপৰা কিমান উচ্চত।

## অধ্যায় ৫৫

ৰবাৰ্ট মাৰ্টিনৰ লগত হেৰিয়েটৰ সম্পৰ্ক স্থাপন হোৱা কথাটো জানিব পাৰিলেও, মিঃ নাইট্‌লেৰ লগত জড়িত হ'ব বিচৰা ছোৱালীজনীয়ে তেওঁৰ লগত কোনো ফালৰপৰা তুলনা কৰিব নোৱাৰা আন এজন মানুহক কেনেকৈ গ্ৰহণ কৰিলে, সেই কথাত এমা সম্পূৰ্ণৰূপে পতিয়ন যাব পৰা নাছিল।

হেৰিয়েটৰ বাবে উদ্বেগজনক অনুভূতি, আৰু কিছু সন্দেহে এমাৰ মনক পীড়া দি আছিল। অৱশ্যে এনে পৰিস্থিতিত এমা বেছিদিন থাকিবলগীয়া নহ'ল। কেইদিনমানৰ পাছতে লণ্ডনৰপৰা গোটেই দলটো আহি পালে। আৰু যিমান পাৰে সোনকালে সুযোগটো গ্ৰহণ কৰি এমাই হেৰিয়েটৰ লগত এঘণ্টা সময় কটালে। তাৰ পাছতহে এমা সম্পূৰ্ণৰূপে সন্তুষ্ট হ'ল—তাই পতিয়ন গ'ল যে ৰবাৰ্ট মাৰ্টিনে হেৰিয়েটৰ মন সকলোখিনি সুখ-সন্তুষ্টিৰে ভৰাই পেলাই তাইৰ অন্তৰত থকা মিঃ নাইট্‌লেৰ স্থান ল'ব পাৰিছে।

হেৰিয়েটে ৰবাৰ্ট মাৰ্টিনক লগ পোৱা সেই দুয়োদিনৰ সৰস বৰ্ণনা এমাৰ আগত খুঁটি-নাটি মাৰি দাঙি ধৰিলে। সেই কথা ক'বলৈ পাই হেৰিয়েট যে অতিকৈ আনন্দিত হ'ল সেয়া তাইৰ কথাতে প্ৰকাশ পালে। এমাই ভাবিলে ইমান বৰ্ণনা কৰিবলৈনো কিটো আছে?—এমাই এতিয়া উপলব্ধি কৰিলে, আচলতে হেৰিয়েটে ৰবাৰ্ট মাৰ্টিনক আগৰেপৰা ভাল পাইছিল, মাথোন তাইৰ প্ৰৰোচনাত পৰিহে হেৰিয়েটে তেওঁক প্ৰত্যাখ্যান কৰিছিল আৰু হেৰিয়েটৰ প্ৰতি তেওঁৰ ভাল পোৱাও দুৰ্নিবাৰ আছিল।

এমাৰ বাবে সকলোবোৰ ঘটনাই আনন্দদায়ক হ'ল আৰু প্ৰতিদিনে তেনেদৰে ভবাৰ বাবে উপযুক্ত কাৰণ দেখা গ'ল। হেৰিয়েটৰ মাক-দেউতাকৰ বিষয়েও সন্তেদ

পোৱা গ'ল। তাই এজন যথেষ্ট ধনী ব্যৱসায়ীৰ অবৈধ সন্তান। সেই পিতৃয়ে গোপনে ইমানদিনে তাইৰ সকলো সুখ-সাচ্ছন্দ্যৰ খৰচ বহন কৰিছিল। ধনী যদিও তেনে এজন মানুহক এমাই ভদ্ৰলোক বুলি নাভাবিলে। তাই যে ভবা কথা সকলো ভুল তাই বুজি পালে। তেনেস্থলত, এনেকুৱা দেউতাকৰ ছোৱালী এজনীৰ কথা তাই মিঃ নাইট্‌লে, ফ্ৰেংক চাৰ্চিল অথবা মিঃ এল্টনৰ লগত জড়িত কৰাৰ কথা ভাবিছিল।

হেৰিয়েটৰ দেউতাকৰ কথাটো লৈ কোনো আপত্তি নাথাকিল, ডেকাজনক উদাৰভাৱেই গ্ৰহণ কৰা হ'ল। কথাবোৰ যেনেকুৱা হোৱা উচিত আছিল সেই ধৰণেৰেই আগ বাঢ়িল। এমাইও লাহে লাহে ৰবাৰ্ট মাৰ্টিনৰ লগত সম্পৰ্ক স্থাপন কৰিলে আৰু তেওঁ হাৰ্টফিল্ডলৈ নিমন্ত্ৰিত হ'ল। তাইৰ সৰু বান্ধৱীজনীৰ বাবে যে সেই জ্ঞানী ডেকাজন উপযুক্ত সেই কথাটো তাই মনে মনে স্বীকাৰ কৰিলে। যিকোনো ভাল মানুহ এজনৰ লগত যে হেৰিয়েট সুখী হ'ব পাৰিব সেই লৈ তাইৰ কোনো সন্দেহ নাথাকিল। হেৰিয়েট নিজেও ৰবাৰ্ট মাৰ্টিনৰ লগত এই সম্পৰ্ক স্থাপনত অতিশয় সুখী হ'ল।

ৰবাৰ্ট মাৰ্টিনৰ লগত বিয়াৰ ঠিক হোৱাৰ পাছৰপৰা হেৰিয়েটে হাৰ্টফিল্ডলৈ অহাটো কমাই দিলে। অৱশ্যে সেয়া কোনো দুখৰ কথা নাছিল। সিহঁতৰ অন্তৰংগতা কমাটো প্ৰয়োজন হৈ পৰিছিল। সৌভাগ্যবশতঃ এইটো স্বাভাৱিক প্ৰক্ৰিয়াৰে আগ বাঢ়িছিল।

ছেপ্টেম্বৰ মাহ শেষ হোৱাৰ আগতে মিঃ এল্টনৰ উপস্থিতিত ৰবাৰ্ট মাৰ্টিন আৰু হেৰিয়েটৰ বিয়া সম্পন্ন হ'ল। হেৰিয়েটৰ বিয়াত উপস্থিত থকা এমাই আঁৰ চকুৰে বিয়া সম্পন্ন কৰা মিঃ এল্টনলৈ চাইছিল। এজন পুৰোহিত হিচাবে ইয়াৰ পাছৰটো আশীৰ্বাদ চাগে তাইকে দিব লাগিব। বিয়াৰ ঠিক তিনিওটা যোৰাৰ ভিতৰত শেষৰটো—ৰবাৰ্ট মাৰ্টিন আৰু হেৰিয়েট স্মিথৰে প্ৰথমতে বিয়া হ'ল।

জেন ফেয়াৰফেক্স হাইবেৰিৰপৰা গৈ তাইৰ প্ৰিয় কেম্পবেল পৰিয়ালৰ লগত আছিল। মিঃ চাৰ্চিলো সেই সময়ত চহৰতে আছিল। নৱেম্বৰ মাহলৈ তেওঁলোকে অপেক্ষা কৰি আছিল।

মাজৰ মাহটোত অৰ্থাৎ অক্টোবৰ মাহতে এমা আৰু মিঃ নাইট্‌লেই বিয়াৰ বাবে এটা দিন ঠিক কৰাৰ কথা ভাবিলে। জন আৰু ইজাবেলা হাৰ্টফিল্ডত থাকোঁতেই বিয়াখন পাতি তেওঁলোকে এপষেকৰ বাবে সাগৰৰ পাৰৰপৰা ফুৰি অহাৰ আঁচনি কৰিলে। জন, ইজাবেলা আৰু তেওঁলোকৰ সকলো বন্ধু-বান্ধৱে এই আঁচনিত অনুমোদন জনালে। কিন্তু মিঃ উদহাউছ—তেওঁৰপৰা কেনেদৰে সন্মতি আদায় কৰা যায়? তেওঁতো বিয়াখন কিছু পলমকৈ পতাৰ কথা কৈছে।

প্ৰথমতে কথাটো শুনি মিঃ উদহাউছ ইমান দুখী হ'ল যে বাকীসকলে তেওঁ সন্মতি দিব বুলি আশা এৰি পেলালে। দ্বিতীয়বাৰ কথাটো ওলোৱাত অৱশ্যে তেওঁৰ দুখটো অলপ কম হ'ল। তেওঁ ভাবিবলৈ আৰম্ভ কৰিলে যে এই কামত বাধা দিব পৰা নাযাব। তথাপি তেওঁ সুখী নহ'ল। ... তেওঁ ইমান দুখী দেখা পাই বিয়া পতাৰ বাবে তেওঁৰ জীয়েকৰ উৎসাহো নাইকিয়া হ'ল। তাইৰ দেউতাক ইমান দুখী হৈ থকাটো, অৱহেলিত বুলি কল্পনা কৰাটো সহ্য কৰিব পৰা নাছিল। জন আৰু জৰ্জ দুয়ো ভায়েকে তাইক কথাটো বুজাবলৈ যত্ন কৰিলে যে এবাৰ কামটো হৈ যোৱাৰ পাছত তেওঁৰ দুখ-বেজাৰ, হতাশা সকলো আঁতৰ হ'ব। কিন্তু দোধোৰমোৰত পৰা এমাই আগ বাঢ়িব খোজা নাছিল।

এনেকুৱা এটা পৰিস্থিতিত তেওঁলোকে হঠাৎ কোনো কাৰ্য্যই মিঃ উদহাউছৰ মন আলোকিত কৰিব বুলি অথবা তেওঁৰ মন সলনি হ'ব বুলি আশা কৰিলে। কিন্তু সমস্যাটোৰ আন ধৰণেহে সমাধান হ'ল। এদিনাখন নিশা মিছেছ ৱেষ্টনৰ কুকুৰাবোৰ চুৰি হৈ গ'ল। অকল সেয়াই নহয় অন্য চুবুৰীয়াসকলৰো চুৰি হ'ল। কথাটোত মিঃ উদহাউছে বৰ ভয় খালে। তেওঁ ভাবি উদ্বিগ্ন হ'ল যে জোৱায়েক জন নাইট্লে নথকা হ'লে তেওঁ ভয়ে ভয়ে নিশা পাৰ কৰিব লাগিলহেঁতেন। তেওঁলোক দুই ভাইৰ যিকোনো এজনে তেওঁক ৰক্ষণাবেক্ষণ দিব পাৰিব।—কিন্তু মিঃ জন নাইট্লে নৱেম্বৰৰ প্ৰথম সপ্তাহৰ শেষৰ ফালে লণ্ডনলৈ উভতি যাবই লাগিব।

এই হতাশা আঁতৰাবৰ বাবেই মিঃ উদহাউছে এতিয়া জীয়েকতকৈ অধিক আনন্দেৰে বিয়াত সন্মতি দিলে। বিয়াৰ দিন ঠিক কৰি মিঃ এল্টনক খবৰ দিয়া হ'ল। আৰু মিঃ আৰু মিছেছ ৰবাৰ্ট মাৰ্টিনৰ বিয়াৰ এমাহৰ পাছতে মিঃ নাইট্লে আৰু মিছ উদহাউছৰ বিয়া সম্পন্ন হ'ল।

বিয়াখন অন্যান্য বিয়াৰ দৰেই সাধাৰণভাৱেই অনুষ্ঠিত হৈছিল। মিছেছ এল্টনে তেওঁৰ গিৰীয়েকৰপৰা সকলো খবৰ জনাৰ পাছত এইখন তেনেই সাধাৰণ বিয়া, তেওঁৰ নিজৰ বিয়াতকৈও নিম্ন খাপৰ বিয়া বুলি অভিহিত কৰিলে। কিন্তু বিয়াত উপস্থিত থকা প্ৰকৃত বন্ধু-বান্ধৱসকলে হিয়া উজাৰি তেওঁলোকক শুভেচ্ছা জনালে আৰু এই শুভমিলনে দৰা-কইনাকে আদি কৰি সকলোলৈকে সুখ কঢ়িয়াই আনিলে।

---

| | | |
|---|---|---|
| **ৰবিনছন ক্ৰুছো** | **ঃ** | **ডেনিয়েল ডিফো**<br>অনুবাদ ঃ চিন্তাহৰণ পাটগিৰি |
| **ৰবিন হুড** | **ঃ** | **হেনৰি গিলবাৰ্ট**, অনুবাদ ঃ মৃদুস্মিতা ফুকন |
| **ৰহস্যময় বাগিচা** | **ঃ** | **ফ্ৰান্সেজ হডজ্‌ছন বাৰ্নেট**<br>অনুবাদ ঃ অনুশ্ৰী শৰ্মা বৰুৱা |
| **পম্পিয়াইৰ প্ৰলয়-কাহিনী** | **ঃ** | **লৰ্ড লিটন**, অনুবাদ ঃ লক্ষেশ্বৰ শৰ্মা |
| **ড্ৰেকুলা** | **ঃ** | **ব্ৰেম ষ্ট'কাৰ**, অনুবাদ ঃ পাৰিজাত শৰ্মা |
| **পিনক্কিঅ'** | **ঃ** | **কাৰ্লো কল'ডি**, অনুবাদ ঃ মহেন্দ্ৰ বৰা |
| **ফ্ৰেংকেনষ্টাইন** | **ঃ** | **মেৰি ৱলষ্ট'নক্ৰেফ্‌ট শ্বেলি**<br>অনুবাদ ঃ অভিজিত শৰ্মা বৰুৱা |
| **ছয় নম্বৰ ৱাৰ্ড আৰু আন গল্প** | **ঃ** | **এন্টন চেখভ**, অনুবাদ ঃ সত্যজিৎ ভূঞা |
| **যাদুকৰ অ'জ** | **ঃ** | **এল ফ্ৰেংক বম**, অনুবাদ ঃ পাৰিজাত শৰ্মা |
| **অৰণ্যৰ আহ্বান** | **ঃ** | **জেক লণ্ডন**, অনুবাদ ঃ সমীক ভৰদ্বাজ |
| **কোনো নোহোৱা ল'ৰাটো** | **ঃ** | **হেক্টৰ মেল'**, অনুবাদ ঃ ইলা শৰ্মা |
| **পশুপাম** | **ঃ** | **জৰ্জ অৰৱেল**<br>অনুবাদ ঃ প্ৰসূন কুমাৰ গোস্বামী |
| **শ্বাৰলক হ'ম্‌ছৰ ৰহস্য কাহিনী (২)** | **ঃ** | **আৰ্থাৰ কনান ডয়ল**, অনুবাদ ঃ সোণেশ্বৰ শৰ্মা |
| **শ্বাৰলক হ'ম্‌ছৰ ৰহস্য কাহিনী (৩)** | **ঃ** | **আৰ্থাৰ কনান ডয়ল**, অনুবাদ ঃ যোগেশ দাস,<br>সোণেশ্বৰ শৰ্মা আৰু দীনেশ চন্দ্ৰ গোস্বামী |
| **অৰণ্যৰ সাধু (১)** | **ঃ** | **ৰাডয়াৰ্ড কিপ্‌লিং**, অনুবাদ ঃ আবুল লেইচ |
| **অৰণ্যৰ সাধু (২)** | **ঃ** | **ৰাডয়াৰ্ড কিপ্‌লিং**, অনুবাদ ঃ আবুল লেইচ |
| **ছুইজাৰলেণ্ডৰ ৰবিনছন পৰিয়াল** | **ঃ** | **জে. ডি. ৱিছ**, অনুবাদ ঃ ৰূপশ্ৰী গোস্বামী |
| **কেপ্টেইন গ্ৰেণ্টৰ সন্তান** | **ঃ** | **জুল ভাৰ্ন**, অনুবাদ ঃ দীনেশ চন্দ্ৰ গোস্বামী |
| **পৰম প্ৰত্যাশা** | **ঃ** | **চাৰ্লছ ডিকেন্স**<br>অনুবাদ ঃ নূপুৰ এইচ. শইকীয়া |
| **ৰিপ ভেন উইংক্‌ল্ আৰু অন্য কেইটামান গল্প** | **ঃ** | **ৱাশ্বিংটন আৰভিং**, অনুবাদ ঃ শীলভদ্ৰ |
| **ৰাজকুমাৰ আৰু ভিকহু** | **ঃ** | **মাৰ্ক টোৱেইন**<br>অনুবাদ ঃ অবনী চন্দ্ৰ গোস্বামী |
| **সময় যন্ত্ৰ** | **ঃ** | **এইচ. জি. ৱেলছ**, অনুবাদ ঃ ক্ষীৰধৰ বৰুৱা |
| **মাতৃ** | **ঃ** | **গ্ৰেজিয়া ডেলেড্ডা**, অনুবাদ ঃ লক্ষেশ্বৰ শৰ্মা |
| **মিলন মন্দিৰ** | **ঃ** | **চাৰ্লছ ৰিড**, অনুবাদ ঃ শান্তিৰাম দাস |
| **নিউ ফৰেষ্টৰ অকণিহঁত** | **ঃ** | **কেপ্টেইন ফ্ৰেডেৰিক মেৰিয়েট**<br>অনুবাদ ঃ অনুপমা দেৱী |
| **বতাহে কোবোৱা ঘৰখন** | **ঃ** | **এমিলি ব্ৰন্টি**, অনুবাদ ঃ মীৰা গোস্বামী |

| | |
|---|---|
| কিম | ঃ ৰাডয়াৰ্ড কিপ্‌লিং<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| হ'বাইট ফেং | ঃ জেক লণ্ডন, অনুবাদ ঃ সমীক ভৰদ্বাজ |
| বৰদিনৰ প্ৰাৰ্থনা সংগীত | ঃ চাৰ্লছ ডিকেন্স, অনুবাদ ঃ ইলা শৰ্মা |
| পিকউইক নথি-পত্ৰ (১) | ঃ চাৰ্লছ ডিকেন্স, অনুবাদ ঃ মণ্টু ভূঞা |
| পিকউইক নথি-পত্ৰ (২) | ঃ চাৰ্লছ ডিকেন্স, অনুবাদ ঃ মণ্টু ভূঞা |
| টেছ | ঃ টমাছ হাৰ্ডি, অনুবাদ ঃ জয়কৃষ্ণ মহন্ত |
| লু ছুনৰ গল্প (১) | ঃ লু ছুন, অনুবাদ ঃ মীৰা গোস্বামী |
| ৰূপান্তৰ | ঃ ফ্ৰানৎজ কাফকা, অনুবাদ ঃ শীলভদ্ৰ |
| গ্ৰিন গেবলছৰ এন | ঃ এল. এম. মণ্টগ'মেৰি<br>অনুবাদ ঃ প্ৰণালী গোস্বামী |
| কেষ্টাৰব্ৰিজৰ মেয়ৰ | ঃ টমাছ হাৰ্ডি<br>অনুবাদ ঃ বন্দিতা গোস্বামী শইকীয়া |
| ৰহস্যময় দ্বীপ | ঃ জুল ভাৰ্ন, অনুবাদ ঃ অভিজিত শৰ্মা বৰুৱা |
| চেখভৰ পৃথিৱীত (১) | ঃ এণ্টন চেখভ, অনুবাদ ঃ দীপ্তি গোস্বামী |
| নাৱেৰে তিনিজন মানুহ | ঃ জেৰ'ম কে. জেৰ'ম<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| প্ৰবাল দ্বীপ | ঃ ৰবাৰ্ট মাইকেল বেলেণ্টাইন,<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| পৰম ক্ষুধা | ঃ জোহান বয়াৰ, অনুবাদ ঃ ৰোহিণী কান্ত বৰুৱা |
| লু ছুনৰ গল্প (২) | ঃ লু ছুন, অনুবাদ ঃ মীৰা গোস্বামী |
| প্ৰত্যাবৰ্তন | ঃ গি দ্য মপাছাঁ, অনুবাদ ঃ অনুপমা দেৱী |
| অহমিকা আৰু ভ্ৰান্তি | ঃ জেন অষ্টেন, অনুবাদ ঃ মীৰা গোস্বামী |
| চেখভৰ পৃথিৱীত (২) | ঃ এণ্টন চেখভ, অনুবাদ ঃ দীপ্তি গোস্বামী |
| তিনি মাস্কেটিয়াৰ | ঃ আলেকজেণ্ডাৰ ডুমা<br>অনুবাদ ঃ মৃদুস্মিতা ফুকন |
| জেৰ'মৰ মনোৰম গল্প | ঃ জেৰ'ম কে. জেৰ'ম<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| ক'লা টিউলিপ | ঃ আলেকজেণ্ডাৰ ডুমা<br>অনুবাদ ঃ সমীক ভৰদ্বাজ |
| ৰজা ছল'মনৰ খনি | ঃ এইচ. ৰাইডাৰ হেগাৰ্ড<br>অনুবাদ ঃ অনুশ্ৰী শৰ্মা বৰুৱা |
| চাৰিৰ চহী | ঃ আৰ্থাৰ কনান ডয়ল<br>অনুবাদ ঃ ভুবন চন্দ্ৰ বৰা |
| নীলা লেগুন ঃ এক ৰোমাঞ্চ | ঃ হেনৰি দ্য ভেৰ ষ্টেকপুল<br>অনুবাদ ঃ ছেৰিফউদ্দিন আহমেদ |

| | |
|---|---|
| **শ্বাৰলক হ'মছৰ ৰহস্য কাহিনী (৪)** | **ঃ আৰ্থাৰ কনান ডয়ল,** অনুবাদ ঃ বন্দিতা ফুকন |
| **সাহসী কেপ্টেইনসকল** | **ঃ ৰাডয়াৰ্ড কিপ্‌লিং**<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| **পমিলিৰ পৰিয়াল** | **ঃ নিন্‌কে ফান হিখটুম**<br>অনুবাদ ঃ ৰোহিণী কান্ত বৰুৱা |
| **বসন্ত কালৰ অভিযান** | **ঃ জন পাড়নি,** অনুবাদ ঃ সান্ত্বনা শৰ্মা |
| **এমা** | **ঃ জেন অষ্টেন,** অনুবাদ ঃ মীৰা গোস্বামী |
| **ৰজা আৰ্থাৰৰ কাহিনী** | **ঃ ফেলিছিটি ব্ৰুকছ**<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| **বাস্কাৰভিল পৰিয়ালৰ চিকাৰী কুকুৰটো** | **ঃ আৰ্থাৰ কনান ডয়ল**<br>অনুবাদ ঃ ভুবন চন্দ্ৰ বৰা |
| **ৰজা আৰ্থাৰৰ ৰাজসভাত এজন আমেৰিকান** | **ঃ মাৰ্ক টোৱেইন**<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| **ছাইলাছ মাৰ্নাৰ** | **ঃ জৰ্জ এলিয়ট,** অনুবাদ ঃ ৰূপশ্ৰী গোস্বামী |
| **বননিত বসন্তৰ বা** | **ঃ কেনেথ গ্ৰেহেম,** অনুবাদ ঃ হিৰণ্ময়ী দেৱী |
| **ৰেলআলিৰ কণমানিহঁত** | **ঃ ই. নেছবিট,** অনুবাদ ঃ বৰ্ণালী শইকীয়া |
| **এজন অজ্ঞাত লোকৰ কাহিনী** | **ঃ এণ্টন চেখভ,** অনুবাদ ঃ দীপ্তি গোস্বামী |
| **শ্বেইক্সপিয়েৰৰ নাটকৰ মনোৰম কাহিনী** | **ঃ চাৰ্লছ আৰু মেৰি লেম্ব**<br>অনুবাদ ঃ তোষপ্ৰভা কলিতা |
| **পিগ্‌ মেলিয়ন** | **ঃ জৰ্জ বাৰ্নাৰ্ড শ্ব,** অনুবাদ ঃ ইমৰান শ্বাহ |
| **দুখন জগতৰ যুদ্ধ** | **ঃ এইচ. জি. ৱেলছ**<br>অনুবাদ ঃ অভিজিত শৰ্মা বৰুৱা |

**এইলানি পুথিৰ সম্পাদনা ঃ দীনেশ চন্দ্ৰ গোস্বামীৰ**

## শৰাইঘাট প্ৰকাশনৰ অন্য অনূদিত পুথি ঃ

| | |
|---|---|
| **ৰঙা গোলাপৰ পাহি** | **ঃ মেৰি কৰেলি,** অনুবাদ ঃ দীপ্তি গোস্বামী |
| **গাঁৱৰ সমাজ** | **ঃ শৰৎ চন্দ্ৰ চট্টোপাধ্যায়,** অনুবাদ ঃ মঞ্জুলা বৰা |

**সম্পাদনা ঃ দীনেশ চন্দ্ৰ গোস্বামীৰ**